॥ বিশিষ্ট সাংবাদিক/সাহিত্যিক—

শ্ৰীতিলক হাজৰিকা, শ্ৰীপ্ৰফুল্ল বৰুৱা

আৰু শ্ৰীকনক সেন ডেকাৰ হাতত ॥



# কৃতজ্ঞতা স্বীকাৰ ঃ

অসমবাণী, জনমভূমি, অগ্ৰদূত, জোনবিৰি, প্ৰতিধ্বনি, প্ৰাসঙ্গিক, মহাজাতি, নবদূত, বংঘৰ, ময়ূৰ, প্ৰান্তিক আদি বিভিন্ন সাপ্তাহিক, মাহেকীয়া আলোচনীবোৰলৈ মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ— কিয়নো এইবোৰৰ কৃপাতে মোৰ সাহিত্য জগতত পদক্ষেপ সম্ভৱ হৈছে।

কিতাপখন বীণা লাইব্ৰেৰীয়ে ছপাবলৈ তথা প্ৰকাশ কৰিবলৈ লোৱাত মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

কিতাপখনৰ পাণ্ডুলিপি প্ৰস্তুত কৰি দিয়া বাবে মুকুল, মিহিৰ, অৰূপৰ শলাগ ল'লোঁ। লগতে মোৰ পত্নীৰ— যাৰ তৎপৰতাৰ বাবে কিতাপ লেখা হয়।

পাঠক সমাজলৈ শ্ৰদ্ধা সদায় আছে।

শ্ৰীবিজু হাজৰিকা

# ঃ ভিতৰত আছে ঃ

# ॥ দুৰ্বাৰ দুঃসঙ্গ ॥

ঠাইখন আগতকৈ বহুত উন্নত হ'ল। আগতে এখন সাধাৰণ বজাৰ আছিল। ফাৰ্মাচী আছিল এখন। কেইখনমান পান গুমটি আৰু দুখনমান গেলামালৰ দোকান। এতিয়া এইবোৰৰ সীমা সংখ্যা নাই। তাৰ উপৰি স্কুল-কলেজ, সংঘ, সঙ্গীত বিদ্যালয়, সাহিত্য সভাৰ অফিচ, মহিলা সমিতিৰ দোকান, শংকৰদেৱ, মাধৱদেৱৰ মন্দিৰ, সনাতন হিন্দু মন্দিৰ, মাৰোৱাৰীৰ হনুমান মন্দিৰ, সমবায় ভাণ্ডাৰ ইত্যাদি চৰকাৰী, বেচৰকাৰী অনেক অনুষ্ঠানে জন্মলাভ কৰি গাওঁ-গাওঁ লগা ঠাইখন আজি কালি টাউন টাউন লগা হ'ল।

দোকানৰ সংখ্যা বাঢ়িলেই গাওঁ গুচি টাউন হয়। টাউনত দোকানবোৰৰ এটা বিশেষ লক্ষণ আছে। মানে একে জাতৰ দোকান একে শাৰীতেহে বহে। অৰ্থাৎ কাপোৰৰ দোকানৰ ওচৰত কাপোৰৰ দোকান, তৰকাৰীৰ ওচৰত তৰকাৰীৰ দোকান, মটৰ পাৰ্টচৰ দোকানৰ ওচৰত মটৰ পাৰ্টচৰ দোকান, কিতাপৰ দোকানৰ ওচৰত কিতাপৰ দোকান পাতে। অৱশ্যে চাহ দোকানবোৰ অলপ ব্যতিক্ৰম। যিকোনো দোকানীয়ে চাহ খায় কাৰণে চাহৰ দোকান সুবিধা বুজি যতে ত'তে বহে।

কিন্তু নৰেন্দ্ৰ নাথে যি ঠাইত তেওঁৰ কাৰবাৰ খুলিলে ভাবিলে আচৰিত হবলগীয়া। উত্তৰে আৰু পূবে-পশ্চিমে আৰু দক্ষিণ-পশ্চিম ফালে অনেক ঠাই আছিল, নৰেন্দ্ৰ নাথে অনায়াসে দোকানখন পাতিব পাৰিলেহেঁতেন। পগলা ফাটেকৰ পাগলীবোৰৰ মাজত যদি এজনী সুন্দৰী যুৱতী বহি থাকে, তেওঁক সকলোৱে চাব। ভিক্ষাৰীবিলাকৰ মাজত যদি কোনোবা এজন সম্ৰাট বহি থাকে তেওঁক সকলোৱে চাব। গাহৰিবিলাকৰ মাজত যদি ৰাজহংস এটি চৰি ফুৰে সকলো মানুহে আচৰিতভাৱে নাচাবনে? নৰেন্দ্ৰ নাথৰো দোকানখনৰ অৰ্থ প্ৰায় তেনেকুৱাই।

যিখিনি ঠাইত নৰেনৰ কাৰবাৰটো আৰম্ভ কৰিছিল সেই ঠাই-খিনিৰ সৌন্দৰ্য্য ৰাতিহে বৃদ্ধি হয়। তাত শাৰী শাৰী ভজা বুটৰ, ভজা মাছৰ, ভজা কণীৰ, বন্ধা মাংসৰ পকৰীৰ দোকান বহে। তাতে অনেক নবীন প্ৰবীণ লোক বেছি ভাগেই সম্ভ্ৰান্ত ঘৰৰ, ঠাহ খাই পৰে। তেওঁলোকে সেইবোৰ কাগজৰ টোপোলাত কিনে আৰু তাৰপৰা অন্তৰ্দ্ধান হয়। ঠাইখিনিত অতিপাত বিজুলী পোহৰ নাথাকে। তাত বেছি ভাগেই কেৰাচিন তেলৰ চাকি। উলুবাৰীৰ ওৰকাৰী বজাৰৰ বিহাৰী তৰকাৰীৱালাহঁতে কেৰাচিন তেলৰ চাকি মুখত লৈ গ্ৰাহক ৰখি থকাৰ দৰেই এই মাছ, মাংস ভজা দোকানী-বোৰেও কেৰাচিনৰ চাকি লৈহে কাৰবাৰ কৰে। এই দোকানবোৰৰ পিছফালে শাৰী-শাৰীকৈ বহা মানুহৰ ঘৰ। ৰাতি হ'লে তেওঁলোকক বাহিৰত মুঠেও দেখা নাযায়। ভাব হয় যেন ক'ৰবাত বাঘ ওলাইছে। মানুহবোৰ বাহিৰত ওলালেই বাঘে খাব। সেই কাৰণেহে ঘৰৰ ভিতৰতে সোমাই আছে। আচলতে কথাটো তেনে নহয়। ভিতৰতে তেওঁলোকে আলহী সুধিব লাগে। সেই ভজা বুট, মাছ, আদি কিনা মানুহবোৰে এই পৰিয়ালবোৰত আলহী হয়গৈ। সৰগৰ দেৱদূতকে আদৰাদি তেওঁলোকে আলহীবোৰক শুশ্ৰূষা কৰে, আদৰ-আপ্যায়ন কৰে।

এই সকল লোকৰ মাজতহে নৰেন্দ্ৰ নাথে দোকানখন খুলিছে। সেই ঠাইখনৰ মাজেৰে যোৱা ৰাজআলিটোৰে ঘাই চহৰলৈ অসংখ্য লোক অহা-যোৱা কৰে। আমাৰো সেইটোৱেই পথ। আমি পদপথেৰেই প্ৰায় বিচৰণ কৰোঁ। ধূপ-ধূনাৰে পূজা কৰা স্থানৰপৰা গৈ ফুল-তুলসী-সালধুনাৰে গোক্ষেৰে পৰিত্ৰ হৈ থকা স্থানতে আমি অহৰহ প্ৰৱেশ কৰোঁ। ঘূৰি আহোঁতে নিশা কেতিয়াবা দহোটাও বাজে। যুধিষ্ঠিৰে হেনো এবাৰ স্বৰ্গলৈ যাওঁতে এবাৰ নৰক দৰ্শন কৰিবলগীয়া হৈছিল। আমাৰো তেনে অৱস্থা সদায়েই হয়। নৰক দৰ্শনেই আমাৰ হৈ আছে। কিন্তু স্বৰ্গপ্ৰাপ্তি হোৱা নাই। কিন্তু ক'লা মেঘৰ মাজতো কেতিয়াবা তৰা দেখাৰ দৰে সেই ঠাই-

ডোখৰৰ মাজত এদিন হঠাতে নৰেন্দ্ৰ নাথৰ দোকানখন দেখা পালোঁ। এখন আটক ধুনীয়া নাম ফলি দিছে। সেইখনকে চাই থাকিবৰ মন যায়। দোকানৰ নাম দিছে "জয়া আৰ্ট"। ইয়াত ছবি অঁকা আৰু বন্ধোৱা হয়। নাম ফলিত এজনী ছোৱালীৰ ছবি আঁকিছে। তাই ওপৰফালে মুখ কৰি চুলি মেলি বহি আছে। সুন্দৰী যুৱতী গাভৰু। সাগৰৰ ফেনৰ দৰে কোমল উন্নত বুকু, হাঁহো হাঁহো কৰি থকা এখনি মুখ। মুঠতে ধুনীয়া চাবলৈ মন যোৱাৰ দৰে নামফলি-খন কেঁচুৱা এটা দেখিলে কোলাত লৈ চাবলৈ মন যোৱাৰ দৰে নাম-ফলিখন দেখিলে এপলক বৈ চাই যাবলৈ মন যাবই যাব।

একোজন মানুহৰ গৌৰৱেৰে একোখন ঠাই গৌৰৱান্বিত হোৱাৰ দৰে একোটা অনুষ্ঠানৰ সৌন্দৰ্য্যই একোখন ঠাইৰ সৌষ্ঠৱ বঢ়োৱাৰ দৰে সেই ঠাইখনৰো সৌষ্ঠৱ বঢ়াইছে নৰেন্দ্ৰ নাথৰ দোকানখনে। কিন্তু আমি লক্ষ্য কৰিছোঁ নৰেন্দ্ৰ নাথৰ দোকানখনত দিনৰ বেলিকা কোনো দিনেই কোনো গ্ৰাহক নাথাকে। চুবুৰীৰ কোনো লোকৰ ঘৰতে অথবা কোনো এখন দোকানতে নৰেন্দ্ৰ নাথে অঁকা ছবি দেখা পোৱা নাযায়।

অথচ সেই ঠাইখিনিক কেন্দ্ৰ কৰিয়েই বহুত ব্যৱসায়ী বৰ্ত্তি আছে। কেদাৰ মল মাৰোৱাৰীয়ে গুৰৰ ব্যৱসায় কৰে। একেৰাহে কুৰিদিন কিন্ কিনিয়া বৰষুণ হৈ থাকিলে হাট-বজাৰবোৰৰ অৱস্থা যেনে জঘন্য হৈ পৰে, তাতোকৈও জঘন্য কেদাৰমলৰ গুৰৰ দোকান-খন। ভেনা মাখি, মহ-দাহ, পোক-পকৰা, কুকুৰ-মেকুৰী, চৰাই-চিৰিকটি আদিৰ অবাধ বিচৰণ সেই গুৰৰ দমৰ ওপৰত। এইবোৰ গুৰহে এই অঞ্চলত সাংঘাতিক চাহিদা। এদিন বজাৰৰ গেলা-পচা, ইজিপ্তৰ মামীৰ দৰে বৰফ দি সজীৱ কৰি ৰখা মাছবোৰ দেখি পোহাৰী এটাক ক'লোঁ: এই পচা মাছবোৰ কোনে খাবহে? পেলাই দিয়া। পোহাৰী: বাবু আপোনাৰ দৰে ভদ্ৰলোকবোৰেই গধুলী হ'লে এইবোৰ মাছ সৌ ঠাই ডোখৰত ভাজি ভাজি খাবগৈ। এতিয়াৰ গেলামাছ সেই গধুলীৰ আন্ধাৰত নিৰ্মল, মাখনলাল,

সিংহতৰ হাতত টাট্‌কা হৈ পৰে। এই দৰে কোন্নাতহে ধৰিব পাৰিলোঁ বজাৰৰ গেলা-পচা মাছবো চাহিদা আছে। সকতে এটি পদ্য পঢ়িছিলোঁ: নেপেলাবা খোৱা বস্তু নোৱাৰিলে খাব - দিবা ভাক ক্ষুদ্ৰ পকৱাক। এনে ধৰণৰ। এতিয়াৰ লোকে এইবোৰ কথা মনত ৰাখিয়ে হোটেলৱালাইতে বজাৰৰ পচা তৰকাৰী হ'লেও পেলাবলৈ নিদিয়ে। গেলা-পচা মাছ, পোকে খোৱা বুট, মটৰ, বেমাৰী বুঢ়া পঠা ছাগলী ইত্যাদি পেলাবলৈ নিদিয়ে। আপুনি মই নাখালোঁ বুলি অনেক খোৱা মানুহ আছে। বোলে ৰফিকৰ আগত খোৱা চাউলৰ কি মূল্য ? এই দৰেই এই ঠাইখিনিক কেন্দ্ৰ কৰিয়ে দোকানী-পোহাৰী বৰ্ত্তি আছে।

এনে এখন ঠাইতেই নৰেন্দ্ৰ নাথেও দোকান দি বৰ্ত্তি আছে। "জয়া আৰ্ট" গৃহৰ ডেকোৰেচন দেখি তাত ডেকা ল'ৰা, গাভৰু ছোৱালী নোসোমাই নোৱাৰে। সৌন্দৰ্য্যই সৌন্দৰ্য্যক টানে। শেৱালি ফুলত শৰতৰ নিয়ৰ নপৰিলে, নাৰ্জি ফুলত হেমন্তৰ সূৰ্য্যৰ কিৰণ নপৰিলে সৌন্দৰ্য্য নাই। কিন্তু নিয়ৰ পৰিবই। সূৰ্য্যৰ কিৰণ পৰিবই। জয়া আৰ্ট গৃহলৈ সৌন্দৰ্য্যবান লোক সকলোৰেই আগমন। সম্ভ্ৰান্ত দীন-গৰীব-স্বাস্থ্যবান-দুৰ্বল বুলি কথা নাই। আহিবই। মাত্ৰ সময় সাপেক্ষে। এইসকল লোকে সময়ৰ মূল্য খুব বুজে। দিনৰ পোহৰত অলেখ কাম তেওঁলোকৰ। আহৰি নাই। গধূলি অকণমান সময় তেওঁলোকক জিৰণি লাগে। তাতে জিৰায় গৈ।

ফটো আদি বন্ধোৱাৰ বাবে, বিশ্বকৰ্মাই ছবি আঁকা বাবে লক্ষ্মী-সৰস্বতীয়ে কৃপাচকু মেলিচোৱাৰ বাবেই হ'বলা নৰেন্দ্ৰ নাথৰ আজি-কালি দুই পইচা ৰোজগাৰ হৈছে। কোম্পানীৰ চাকৰি এটাত কেইদিনমান টাইপিষ্ট হিচাবে সোমোৱা নৰেন্দ্ৰ নাথৰ চেহেৰাটো একেবাৰে শুকাই খীণাই লেৰেলা পৰি পানীত পচা মৰাপাটৰ গছৰ দৰে হৈছিল। মাক-বাপেক, ভায়েক, ভনীয়েক, বায়েক আদিক লৈ গঠিত পৰিয়ালটোৰ সিয়েই আছিল একমাত্ৰ চাকৰি-

য়াল। গতিকে ঠিকমতে খাবলৈ পিন্ধিবলৈ নোপোৱাটো স্বাভাৱিক। এদিন নৰেন্দ্ৰ নাথে মোক কৈছিল: দাদা, এইটো চাকৰি এৰিম। খাবলৈকে নুকুলায়। ব্যৱসায় কৰিম।

: কি ব্যৱসায় কৰিবা? মূলধন নহ'লে ব্যৱসায় কি হ'ব। তেওঁ খুব গভীৰ অৰ্থনীতিবিদৰ দৰে চিন্তা কৰি কৈছিল যে মূলধন নহ'লেও কি ব্যৱসায় কৰিব পাৰি তাকে চিন্তা কৰি আছোঁ। মই ছবি আঁকিবলৈ শিকিছোঁ। তাকেই কৰিম।

: বৰ ভাল বিদ্যা। আৰ্ট ইজ লং টাইম ইজ ফ্লিটিং। সোনকালে কৰা। মই উপদেশ দিছিলোঁ।

নৰেন্দ্ৰ নাথৰ 'জয়া আৰ্ট' দেখি মোৰ সেই কথাটো মনত পৰিছিল। মনত পৰি তেওঁৰ ব্যৱসায়ে কিমান উন্নতি কৰিছে জানিবলৈ মন গৈছে। নৰেনৰ স্বাস্থ্যটো দেখি অৱশ্যে ব্যৱসায়ৰ উন্নতি হোৱা বুলি পৰিলক্ষিত হয়। দাৰি চুলিৰ কাট্ বেলেগ ধৰণৰ। তেওঁৰ চেহেৰাটো এতিয়া নোদোকা হৈছে। মুখ চেপি, ভৰিত ভৰি উঠাই, দুই আঙুলিৰ মাজত চিগাৰেট চেপি ৰাখি কথা কয়। কিন্তু যাওঁ বুলিয়ো তেওঁৰ দোকানত সোমাবলৈ সময় পোৱা নাই। আমি সময়ৰ অভাৱত বহুত ইচ্ছা থকা অতি দৰকাৰী কামো কৰিব নোৱাৰোঁ।

এদিন দৰকাৰ এটাত আহিল। ছোৱালীজনীয়ে বগা কপোৰত ৰেজীৰে হানি হানি এটি নীতিবাক্য লিখিছে—"সৎ ব্যৱসায়ে মানুহক সৎ হ'বলৈ শিকায়।" বাক্যটোৰ চাৰিওফালে ধুনীয়া ধুনীয়া ফুলো তুলিছে। মোক ক'লে: দেউতা এইখন ভালদৰে আইনাৰ ফ্ৰেমত বন্ধাবলৈ। ময়ো দিম দিম কৰোঁতে ডেৰ বছৰ হ'ল। সিদিনা নৰেন্দ্ৰ নাথৰ দোকানলৈকে সোমাই গলোঁ। সমুখৰ কোঠালীত কাকো দেখিবলৈ নাপাই ভিতৰলৈ সোমাই গলোঁ। কিন্তু গৈয়েই অবাক হ'লো।

ফলৰ দোকানত ফল কিনিবলৈ গলে পকা ফলবোৰৰ গন্ধ পোৱা যায়। ৰেষ্টোৰাত গ'লে মিঠাই-চপ-চিঙাৰা আদিৰ, কাপোৰৰ

দোকানত কাপোৰৰ। নৰেন্দ্ৰ নাথৰ দোকানলৈ যাওঁতেও মই ভাবিছিলো, ৰঙা-নীলা-সেউজীয়া আদি বিভিন্ন ৰঙৰ পেইণ্টৰ গন্ধ পাম, পাম স্পিৰিট আদিৰ। কিন্তু নহয়। ভিতৰলৈ সোমাই যাওঁতেই গন্ধ পালো মদৰ। দুজন বিশিষ্ট ভদ্ৰলোকে চিগাৰেট টানি টানি মদৰ গিলাচ হাতত লৈ গুণ গুণাই কথা পাতি আছে। মোক দেখি নৰেন্দ্ৰ নাথে চমক্ খাই উঠিল আৰু তেওঁলোকে স্বাগতম জনালে: "হেল্লো জেণ্টেলম্যান ব্ৰাদাৰ, ওৱেলকাম, জইন উইথ আছ।" মই পিচুৱাই আহিলো। নৰেনে কলে: দাদা বাহিৰতে বহক গৈ। মই গৈ আছো।

মই নবহিলো। গুচিয়েই আহিলো। কৈ আহিলো: এতিয়া যাওঁগৈ দিয়া। পিচত এদিন আহিম।

পিচত এদিন্ গলো। বন্ধাবলৈ খোজা কাপোৰৰ টুকুৰাটোত জেপত নিছো। দূৰৰপৰা নিৰীক্ষণ কৰি তেওঁক বাহিৰৰ কোঠাত বহি থকা অৱস্থাতে দেখা কৰিলোগৈ। তেওঁ মোক আথেবেথে বহিবলৈ দিলে আৰু চাহ খাম নেকি সুধিলে। মই বৰ বেছি পাতনি নেমেলি পোনে সুধি পেলালো: নৰেন বোপা তুমি বাহিৰত মানুহক দেখুৱাই জয়া আৰ্ট বুলি ভিতৰত কি কাৰবাৰ খুলিছা?

তেওঁৰ মুখত কোনো পৰিৱৰ্ত্তনৰ ছাঁ প্ৰতিবিম্বিত নহ'ল। এটা চিগাৰেট মুখত দি ক'লে: দাদা মানুহক এটি অৱলম্বন লাগে তেতিয়াহে সংসাৰত জীয়াই থাকিব পাৰি। সম্ভ্ৰান্ত ঘৰৰ মানুহবোৰে যেতিয়াই তেতিয়াই য'লৈকে ত'লৈকে গৈ খাব নোৱাৰে। সৌ সৰু সৰু জুপুৰিৰ দোকানবোৰত খোলা খুলিকৈয়ে সকলো স্তৰৰ মানুহেই বহি যায়। কিন্তু এওঁলোকেতো নোৱাৰে। এওঁলোকক এটা সম্ভ্ৰান্ত পৰিবেশ লাগে। সেই পৰিবেশ মই দিছো। সেই কাৰণেই মোৰ আজি এনে স্বচ্ছল অৱস্থা। দুটা পইচাৰ মুখ দেখিছো।

অভিনৱ, আচৰিত! তোমাৰো খোলা খুলিকৈয়ে তেনে ব্যৱসায় কৰিবলৈ কিয় সাহস হোৱা নাই, মই ৰূঢ়ভাৱে প্ৰশ্ন কৰিলো।

নৰেনে হাঁহিলে। ক'লে: দাদা বৰ্ত্তমান জগতখনেই এনেকুৱা।

সকলোৰে আমি ভদ্ৰলোক বাহিৰত। পেটৰ কথা কাৰোবাৰ জানেনে? এইখন চহৰৰ বিখ্যাত হোটেল, ৰেষ্টোৰাবোৰে কেৱল আপুনি ভাত আঞ্জাকে বিকি থকা বুলি ভাবিছে নেকি? আজি-কালি দোকানৰ সমুখত ৰূপহী সুন্দৰীসকল যে বহি থাকে তেওঁ-লোকে অকল দোকানৰ মাল বেচিবলৈকে বহি থকা বুলি ভাবেনে? বহুত কথা দাদা সেইবোৰ, বহুত কথা। সং কথাত আজি কালি কেৱল মাৰখোৱাৰেই যুগ। আধা যুগ কাল কোম্পানীৰ চাকৰি কৰি পেট পুহিব পৰা নাছিলো—আজি এবছৰত বহুত টকা কৰি পেলালো। পানীতহে মানুহে টকা পানী কৰি দিয়ে দাদা। গেলা পানী বিকি টকা কৰিছো।

মই কোবাকোবিকৈ ওলাই আহিলো। বাটত জেপৰপৰা ছোৱালীজনীয়ে বন্ধাবলৈ দিয়া কাপোৰখন এবাৰ উলিয়াই আকৌ পঢ়িলো। সৎ ব্যৱসায়ে মানুহক সৎ হ'বলৈ শিকায়। কাপোৰখন মই ক'ৰবাত বন্ধাবই লাগিব। আইনাৰ ফ্ৰেমত বন্ধাই থলে এই নীতিবাক্যটোৱে মোক বাৰে বাৰে নৰেন্দ্ৰ নাথৰ কথা মনত পেলায় থাকিব—এইখন চহৰৰ বিখ্যাত হোটেল, ৰেষ্টোৰাবোৰে কেৱল ভাত আঞ্জাকে বিকি থকা বুলি ভাবিছেনে? মই ছবি আঁকিবলৈ শিকিছো। তাকেই কৰিম।

* * *

## ।। নাবৌৰ কাৰণে বেচেৰা ককাইদেউ ।।

সিদিনা বলেন ককাইদেউ আহিছিল গাড়ী লৈ। লগত নবৌ আৰু সৰু সৰু ল'ৰা-ছোৱালীহাল। বিয়া দি উলিয়াই দিয়া ভনী-জনীয়ো আহিছিল। ৰবিবাৰৰ ৰাতিপুৱা। মই বাৰীত সোমাই-ছিলো কোৰখন লৈ। মইনাৰ মাক তাঁতত বহিছিল।

মোৰ অঙহী-বঙহী সকলো এতিয়া বৰলোকৰ শাৰীত পৰিছে। বিধায়ক, মন্ত্ৰী, অভিযান্ত্ৰিক, ডাক্তৰ, বিষয়াৰে মোৰ চাৰিওফালে জয়জয় ময়ময়। কেৱল মোৰেই চাকৰিটো সৰু। মই সাত মাইল নিলগৰ স্কুল এখনত শিক্ষকতা কৰোঁ। মোৰ ঘৰত যানবাহন বুলিবলৈ মাত্ৰ দুচকীয়া চাইকেল এখন অৱশ্যে গাওঁত থকা প্ৰায়ভাগ লোকৰেই চাইকেলেই যানবাহন।

খতিকে গাড়ী লৈ মোৰ ঘৰলৈ কোনোবা আলহী আহিলে ল'ৰা-ছোৱালীকেইটাৰ মহা আনন্দ। মোৰ পদূলিত গাড়ীখন ৰোৱাৰ লগে লগে মোৰ সৈন্যদলে যুদ্ধত দৌৰা ঘোঁৰাৰ দৰে দৌৰি আহি খবৰ দিলেহি: পিতাই গাড়ী? সিহঁতৰ মুখমণ্ডলত এনে ভাব যেন সৰগৰপৰা ধূমকেতু এটাহে খহি পৰিছে। মোৰ হাতৰ কোৰখন এৰি পদূলিলৈ আগবাঢ়ি গৈ দেখো বলেন ককাইদেউ আহিছে। মই আগ্ৰহেৰে ভিতৰলৈ মাতি আনিলোঁ। সশ্ৰদ্ধ প্ৰণিপাত জনাই বহিবলৈ দিলোঁ।

ককাইদেৱে সুধিলে: কেনে ভেশত আছ দেখোন অ' কন্দৰ্প? লেট্ৰিনলৈ গৈছিলি নেকি? মই ক'লো যে নহয় বাৰীখনতে সোমাই অলপ কোৰ মাৰিছিলো। আপোলোক অকণমান বহক। মই খাটো তিয়াই আহোঁ।

বলেন ককাইদেউ কেন্দ্ৰীয় চৰকাৰৰ এজন উচ্চ বিষয়া। যোৱা আন্দোলনত চৰকাৰৰ পক্ষে ভাল কাম কৰি প্ৰমোচন পাইছে। আজি কালি বুৰ্ব্বক লোকসকলে সোনকালে প্ৰমোচন পায়।

কিয়নো তেওঁলোকে তেল সানিব পাৰে ওপৰৱালাৰ শৰীৰত। কলেজ, বিশ্ববিদ্যালয় সুখ্যাতিৰে পাছ কৰাবোৰ তেলৰ অভাৱত ভেকুৰা পৰি থাকে। আমাৰ ককাইদেৱো পঢ়া কালত অতি গাধ আছিল। কেনেকৈ যে বি-এটো পাছ কৰিছিল। বিয়া কৰাইছে উচ্চ বংশত। নবৌ অতি আধুনিক। চুলিৰ বব কাট। চকু, ওঁঠ, গাল, নখ এইবোৰত সততে ৰং ঘঁহি থাকে। আজিও মোৰ ঘৰলৈ তেনে ডেশতে আহিছে। বাহু দৰ্শন কৰিব পৰা ব্লাউজ। সযতনে নাভি আৰু কাষলতি প্ৰদেশ উলিয়াই ৰাখিছে। আমাৰ গাঁৱৰ মতে এজনী সৰগৰ দেৱী, অপেশ্বৰী ইত্যাদি। ককাইদেউৰ নিজৰে অজস্ৰ টকা, তথাপিও শহুৰেকে গাড়ী এখন দিছে। চহৰৰ এক ৰোমাণ্টিক ঠাইত সাজি দিছে এটি অট্টালিকা। গোটেই কম্পাউণ্ডটোত এটা ৰাজকীয় পৰিবেশ। অসমীয়া গছ তাত নায়েই! অসমীয়া ফুল তাত নায়েই—আমি নাম নজনা অনেক বিদেশী গছ আৰু ফুলেৰে ভৰি আছে ককাইদেউৰ বাগিছা। মোৰ চাকৰিটো বদলিৰ কাৰণে কেবাবাৰো মই চহৰলৈ গৈছো। ককাইদেউৰ ঘৰলৈকো দুদিন গৈছিলোঁ।

ভূমিকম্পত ভ্ৰম হোৱা মানুহৰ দৰে আমাৰ মইনাৰ মাকৰ মূৰ ঘূৰিয়েই গ'ল। মোক গা ধুবলৈ নিদি গামোছাত টানি ধৰিলে আৰু ফুচ ফাচকৈ সুধিলে বোলে মই এতিয়া কি কৰোঁ? মই বোলো তুমিও খৰখেদাকৈ গাটো তিয়াই আহি বৰা চাউল সিজোৱা। মই গাইজনী খিৰাওঁ। তাৰ পিচত ভাতৰ চিন্তা কৰিম।

মই পুখুৰীতে জোবোৰা এটা মাৰি, নিমিষতে গাইজনী খীৰাই তামোলৰ বটাটো লৈ ককাইদেউহঁতৰ ওচৰত বহিলোগৈ। ককাই-দেৱে ক'লে যে নবৌয়েৰাইঁতে বহুত বছৰ গাওঁ দেখা নাই, চাবলৈ ইচ্ছা কৰে। তয়ো গাঁৱতে মাষ্টৰ কৰি আছ যেতিয়া বোলো ফুৰিকে আহো। এই বুলি আহিলো অ'। মই ক'লো: আমি যে কিমান আনন্দ পাইছো ককাইদেউ। নবৌৰ দৰে লোক আজি এই অভাজনৰ ঘৰত পদধূলি দিছে—মোৰ আনন্দৰ সীমা নাই। নবৌয়ে

একো নামাতিলেই। মই আবতিক ক'লো: 'যাচোন আবতি তই ভিতৰলৈ যা, আমাৰ নবোৱেকৰ সহায় কৰগৈ। চাহ কৰি আছে হ'বলা। বৰ লাজ। তই গৈ চাহখিনি আনগৈ। আবতি লগত অহা ভনীজনীৰ নাম।

এইবাৰ নবোৱে মুখখন লৰালে। তেওঁ ককাইদেউক উদ্দেশ্য কৰি সুধিলে—কিয় মেইড্ নাই। ককাইদেৱে বাখ্যা কৰি দি'লে যে গাঁৱত তেনেকৈ মেইড্ ৰখাৰ ব্যৱস্থা নাই। নিজৰ কাম নিজেই কৰে সকলোৱে। ককাইদেৱে মোক সুধিলে: তোৰ ল'ৰা-ছোৱালী কেইটা ক'ত? সিহঁতক দেখাই নাই।

সিহঁত পদূলিত। সিহঁতে নেদেখা বস্তু এটা দেখাৰ দৰে ককাইদেউহঁত অহা ফিয়েটখন আগুৰি ধৰি বহি আছে। চুবুৰীৰ আন আন ল'ৰা আহিয়ো লগ লাগিছে। আমাৰ কেইটাই গোবৰত ওফন্দি ধূলি লগা গাড়ীৰ বডীত লিখি দিছে 'আমাৰ গাড়ী' বুলি। ককাইদেউক ক'লো: সিহঁতে গাড়ীখন ৰখি বহি আছে। বৰ ভাল পাইছে সিহঁতে। কাকো চুবকে নিদিয়ে—যেন নিজৰহে গাড়ী।

ককাইদেউ অথবা নবোৱে একোকে নামাতিলে। একো নামাতিলে ভাল নালাগে। মই তামোল কাটি বটাটো আগ বঢ়াই দিলো। তেওঁলোকে উভতিয়ে নাচালে। আমাৰ শোণিতপুৰ কটৰ মহৰী প্ৰাণনাথ ককাইদেউ হ'লে বৰ ভাল। তেওঁ বটাটো আগবঢ়াই দিলে আগ্ৰহত তামোলখন মুখত দিব আৰু ক'ব: বৰ ভাল তামোল অ'। মহ্ মহ্ কৰে গন্ধ। কেঁচা গোবৰ দি পুতি-ছিলি নে? পাণ জোপা বৰ ভাল দেই। জালুকীয়া পাণ। ভাল সঁচ। ইয়াক ৰাখিবলৈ যত্ন কৰিবি। আমাৰ অসমীয়া মানুহে গছৰ তামোল পুতি খাব নজনা হ'ল। সকলোবোৰ এতিয়া চুপাৰিৰ ভক্ত হৈ পৰিছে। হেৰ' গছ-বিৰিখ নোহোৱা শুকান দেশৰ মানুহে আহি এইবোৰ বুদ্ধি উলিয়াই আমাৰ তামোলৰ সোৱাদটোও কাঢ়ি নিলে........। ওপৰা-উপৰিকৈ দুখনমান তামোল মুখত ভৰাব।

লালি সনা পাত চাষাৰ বড়ি এটাও সুমুৱাই দি তিনিবাৰ পিক-পেলাই ওঁঠ ৰঙা কৰিব। দেখিলেই ভাল লাগে।

ইতিমধ্যে মইনাৰ মাকে কাঁহৰ বাটি ভৰাই সিজোৱা বৰা চাউল, মহৰ সিং সদৃশ জাহাজী কল, নাৰিকলৰ লাৰু, সিজোৱা কণী আনি টেবুলত থলে। পানীৰ গিলাচ অনাত আৰতিয়ে সহায় কৰিলে। মইনাৰ মাকৰ বৰ লাজ। ন কইনাৰ দৰে ওৰণি টানিছে। চাদৰৰ তলৰ আচলটো ওঁঠেৰে কামুৰি ধৰি বৰা চাউলৰ বাটিবোৰ আগবঢ়াই দিছে। ককাইদেউৰ ল'ৰাছুটাই কিবা আচৰিত বস্তু দেখাৰ দৰে মাকক সুধিছে: অ' মা, এওঁ কইনা নেকি? : নহয়। মাকে বিৰক্তিৰে উত্তৰ দিছে। : অ' মা, ভাতৰ ওপৰত সেয়া ইমান ডাঙৰ কল ক'ত পায়? : চুপ মনে মনে থাক। মাকৰ ৰঙা চকু। : অ' মা এওঁলোকৰ ইষ্টিলৰ ডিচ্ নাই নেকি? : আকৌ সুধিছ? চৰ খাবি।

মইনাৰ মাকক ময়েই পৰিচয় কৰাই দিলো: এয়া আমাৰ ককাইদেউ। মোৰ ডাঙৰ মামাৰ ল'ৰা। বৰ ডাঙৰ মানুহ। বুজিতো পাইছাই এয়া নবৌ। পলিটিকেল বিজ্ঞানৰ এম. এ.। মইনাৰ মাকে "বাইদেউ নমস্কাৰ" বুলি হাত দুখন লগ লগাই দিলে। মিচিকিয়াই হাঁহি এটি এৰিলে। কামুৰি থকা চাদৰখন থুইৰে ভিজি উঠিছে। আকৌ কামুৰি ধৰিছে। নবৌয়ে নমস্কাৰ বুলি নকলে। ওঁঠ দুটি অকণমান লৰাই কিঞ্চিৎ হুঁহা যেন দেখুৱালে। মই আকৌ সহজ কৰি দিলো: তুমি এতিয়া ভিতৰলৈ যোৱা। বস্তাৰ যোগাৰ কৰাগৈ। তেওঁ হেড' মাষ্টৰৰ আগৰপৰা ছাত্ৰী সাৰি যোৱাৰ দৰে সাউত কৰে ভিতৰলৈ সোমায়।

তেওঁলোক কোনোৱে জলপান স্পৰ্শ কৰা নাই। নবৌয়ে আনকি বাহুৰ মেৰকে ভঙা নাই। ককাইদেৱে কলে: বৰ মাখি-খোৱা। খৰখেদাকৈ খাই শেষ কৰা। : নেখাওঁ পাই, এইবোৰ খাই পেটটো মই নষ্ট কৰিবলৈহে পাইছো। ককাইদেৱে বৰ লাজ পালে। মই বৰ আহত হলো। তেতিয়ালৈকে মইনাৰ মাকেও

কথাটো শুনা নাই। তেওঁ ভিতৰত বন্ধা-বঢ়াত ব্যস্ত। ককাইদেৱে পৰিস্থিতিটো আয়ত্ত কৰিবলৈ ক'লে: ৰবা চাউলৰ জলপান অতি উত্তম। ইয়াক খালে পেটৰ ৰোগ নিৰাময় হয়। নবৌয়ে তপৰাই ক'লে: 'তুমিতো ডাক্তৰ নহয়, গতিকে ডাক্তৰী বিদ্যাৰ জাহিৰ নকৰিবা ইয়াত। মই মনে মনেই থাকিলো। নিজৰ ঘৰত কথাটো নোহোৱা হ'লে ময়ো ককাইদেউ আৰু নবৌক ৰবা চাউলৰ উপকাৰ সম্পৰ্কে ব্যাখ্যা এটা দিলোহেঁতেন। কিন্তু তেনে নকৰি মই এটা অপৰাধৰ ভাব ব্যক্ত কৰি কলো: গাঁৱত আজিকালি একো পাব-লৈকে নাই। আগতে গাঁৱত সকলো বস্তু পোৱা গৈছিল। আজি-কালি এই চি. আৰ. পি. আদি লোকবোৰ সোমোৱাৰপৰা গাঁৱত সকলোবোৰ বস্তু নোহোৱা হ'ল। আলহী আহিলে আমাৰ দিবলৈ একোৱেই নাই। তেওঁলোকে মোৰ কথাত একোৱেই নামাতিলে। ককাইদেৱে কলটো চামুচেৰে কাটি কাটি মুখত দিলে। ল'ৰা দুটাই সম্পূৰ্ণ খাব খুজিছিল; কিন্তু নবৌৰ ৰঙা চকু দেখি তেওঁ-লোকেও আঠমঙলা খোৱা ল'ৰাৰ দৰে শুঙি শুঙি এৰিলে। আৰু নবৌ তেওঁ খাবলৈ ৰুচি নোহোৱা টাইফয়েড ৰোগীৰ দৰে হাতেৰে অকণমান চুই তাৰ ওপৰতে পানী ঢালি হাত ধুই দিলে। ৰুমালখন উলিয়াই ৰঙীন ওঁঠদুটি অকণমান মচিলে। হাতৰ টিপতে ৰখা অকণমান কোমৰ বেগটিৰপৰা দাপোণ এখন উলিয়াই মুখখন চালে।

অলপ পিচতে মইনাৰ মাকে বাচনখিনি সামৰিবলৈ আহি দেখে যে নবৌহঁতে একোৱে খোৱা নাই। অথচ জলপানখিনি সানি-পিটিকি পানী ঢালি নষ্ট কৰিছে। তেৱোঁ একো নকলে। বৰং মোৰ দৰে অপৰাধ বোধ কৰি ক'লে: আমাৰ ঘৰতে বন্ধা বস্তুটো, সিমান ভাল হোৱা নাই হ'বলা। বাইদেৱে নাখালেই। বাচনখিনি সামৰি তেওঁ ভিতৰলৈ গ'ল। ভিতৰি ভিতৰি তেওঁৰ নিশ্চয় বেয়া লাগিছিল। কিন্তু বাহিৰত প্ৰকাশ নকৰিলে। আমি অনেক বেয়া লগা কথাও ভদ্ৰতাৰ খাতিৰত বাহিৰত প্ৰকাশ কৰিব নোৱাৰো।

এনেয়ে বহি থকাতকৈ মই প্ৰস্তাৱ এটা দিলো: ককাইদেউ আহকচোন মোৰ বস্তিখনকে চাওঁক হি। ককাইদেৱে ক'লে: এৰা, এৰা, বলা, এৰৌ প্ৰাকৃতিক দৃশ্য বৰ ভাল পায়। সেই কাৰণেই গাওঁ চাবলৈ আহিছে। নবৌয়ে কিন্তু মুখৰপৰা কমালৰ সোপা মুগুচালে। তেওঁ ককাইদেউৰ ওচৰত আপত্তি দৰ্শালে যে গৰু-ছাগলীৰ গোবৰৰ গন্ধ, হাঁহ, পাৰ, কুকুৰাৰ গাৰ গন্ধ, বাৰীৰ খালৰ মাছৰ গন্ধ, আহত জোপাত পৰি থকা বাহুলিৰ গন্ধ, বাঁহ গছৰ ওলৰ কুকুহা চৰাইৰ গন্ধত তেওঁৰ বমি হ'ব খোজে। গাঁৱৰ বস্তি মোৰ। বাৰীত নোহোৱা গছ একো নাই বুলিবই পাৰি। সেইবোৰ ওখ হৈছে, আৰু তাত নানা চৰাই-চিৰিকটিয়ে বাহ লৈছে। নবৌহঁত চহৰৰ ছোৱালী। চহৰৰ প্ৰাকৃতিক দৃশ্য বেলেগ। তাত মানুহে প্ৰাকৃতিক দৃশ্যৰ কাৰণে বাগিছা পাতে। বাগিছাত বিদেশী ফল আৰু গছ ৰোৱে। মাজে মাজে পানীৰ কৃত্ৰিম ফোঁৱাৰা কৰি দিয়ে। বহিবলৈ আসন। সেয়ে প্ৰাকৃতিক দৃশ্য কিন্তু গাঁৱৰ প্ৰকৃতিহে আচল প্ৰকৃতি। অকৃত্ৰিম বননি। ইয়াৰ সৌন্দৰ্য্য কবি প্ৰকৃতিৰ লোকেহে ভালকৈ উপলব্ধি কৰিব পাৰে।

নবৌহঁত গুচি আহিল। আহিয়েই তেওঁ যাওঁ যাওঁ লগালে। ককাইদেউক ক'লে: যাওঁ বলা। মোৰ ভাল লগা নাই। মূৰটো কামুৰিছে। ককাইদেৱে ক'লে: বেগত ভিক্স আছে তাকে অলপ লগোৱা। ভাত কেইটা খাইয়েই যাম। বন্ধা ভাত এৰি গলে বেয়া পাব নহয়। মই বোলো হয় ককাইদেউ, ভাত মুঠি খাই নগলে আমি মনত বৰ দুখ পাম। বন্ধা-বঢ়া প্ৰায় হৈছেই। ইয়াতে আমাৰ আইতা এজনী আছে। তেওঁ জৰা-ফুকা জানে, জাৰি দিলে মূৰৰ বিষটো ভাল পাব।

ভিতৰত আবতি আৰু মইনাৰ মাক বন্ধন কাৰ্য্য সমাপ্ত কৰিবলৈ ব্যস্ত। আমাৰ সকলোৰে উদ্দেশ্য নবৌক সন্তুষ্ট কৰা। বৰ লোকৰ জীয়ৰী ; খাই থাকে বৰ লোকৰ দৰে। আমাৰ দৰে নিঃকিন মাষ্টৰৰ ঘৰত, তাতে গাঁৱৰ মাষ্টৰ—খাওঁ যে বুলিছে সেয়ে ভাগ্য। আহি যে পদধূলি দিছে সেয়ে পৰম ভাগ্য।

এনে বানপানী আবু আহি হাজিৰ। বাটৰপৰা চিঞৰি আহিছে : ঐ মাষ্টৰ, তোমালোকৰ ঘৰলৈ বোলে টাউনৰপৰা আলহী আহিছে হে? বোলো আমিও চাই যাওঁ তামোল এখনকে খাই, বোলা হেৰা মইনাৰ মাক, ৰন্ধা-বঢ়া হ'ল নে নাইহে? আবুৰ নাম বানপানী। শ্ৰীমতী বানপানী ঠাকুৰীয়া। ককা মৰাৰ বহুত বছৰ হ'ল। ল'ৰা নাই। ছোৱালী এজনী আছিল। বিয়া দি আবু বান্ধ এৰা ছাগলীৰ দৰে ঘূৰি ফুৰে। অহা-যোৱা ঠিক বানপানীৰ দৰে। হো হোৱাই আহে-যায়। মই ওলাই মাত লগালো : আবু আহা, আহা, তোমাৰ কথাই ভাবি আছিলোঁ। আবুক নবৌহঁতৰ লগত চিনাকি কৰি দিলো। নবৌৰ ধুন-পেচ দেখি আবুৰ চকু জলক-তপক লাগি গ'ল হ'বলা, তেওঁ সুধিলে : মাই তহঁতে কি তামোল খাব—এমান যে ওঁঠ ৰঙা পৰি থাকে? চুলি কেইডাল কিয় কাটি পেলাইছ অ' মাই? পেট-চেত উলিয়াই ছলি নোহোৱা মানুহ হেন হৈ আছ অ' মাই? হক্ দে বাছা, তহঁতক দেখিলেই আমি টাৱানক যোৱা যেন পাওঁ!

নবৌৰ কিন্তু সাংঘাতিক খং উঠিছিল। মই বুদ্ধি কৰি বাহিৰলৈ উলিয়াই নি ভিতৰত কিবাকিবি খুৱাই আবুক বিদায় দিলো। ক'লো : আবু নহা আলহী আহিছে, বৰ ডাঙৰ মানুহ। সেইবোৰ ক'লে মোকহে বেয়া পাব। আবুয়ে ক'লে : অ' বাপা, আমি নাজানা মানুহ। নেদেখা কথা দেখিলে সুধিব খোজো; তাতে যদি বেয়া পায়—নোসোধো দে। আবুয়ে মুখখন ৰঙা কৰি চাধা চুণেৰে তামোল এখন খাই গ'ল।

ককাইদেউৰো খং উঠিছিল। মোক ক'লে : এইচব তিৰোতাক ঘৰলৈ আহিবলৈ দিব নালাগে। নবৌৰ খঙত যাম ওলাইছিল। তেওঁ মোক একো নক'লে। ককাইদেউৰ মুখলৈ চাইহে মন্তব্য কৰিলে : তোমাৰেই বংশৰ কীৰ্ত্তি। মোৰ বুকুত যাঠি এপাত মৰা যেন পালো।

ইপিনে আৰতি আৰু মইনাৰ মাকে ৰন্ধা কাৰ্য্য সমাপ্ত কৰিলে।

সপ্তম ব্যঞ্জনৰ পয়োভৰ। ককাইদেউইতে বেয়া খুলিব নোৱাৰাকৈ অৰ্থাৎ তেওঁলোকৰ ৰুচি অনুসাৰে (আৰতিৰ নিৰ্দেশক্ৰমে) আঞ্জা ভৰকাৰী ৰান্ধিছো তাৰোপৰি আমাৰ গাঁৱৰ মানুহে খোৱা নানাবিধ আঞ্জা যেনে—শুকান মাছেৰে বাসক ফুলৰ আঞ্জা, কলফুল আৰু মচুৰ ডাইলৰ, কাৱৈ মাছেৰে জলকাইৰ জোল, বকফুল ভজা, টেঙা দিয়া মানকচু ইত্যাদি।

ককাইদেৱে খালে কিবাকিবি। নবৌয়ে বিয়াত শ্ৰাদ্ধৰ সময়ত কইনাই পুৰোহিতৰ নিৰ্দেশমতে ফুল, তুলসী, দূৰ্বা, বেলপাত, জল স্পৰ্শকৰাৰ দৰে স্পৰ্শহে কৰিলে। ল'ৰা দুটায়ো কুকুৰাই খুচৰি ফুৰা খেতিৰ দৰে একাকাৰ কৰি মুখ ধুইছে। মইনাৰ মাকে ক'লে: 'বাইদেৱে নাখালেই'। খৰিৰ জুইৰ ধোৱাত মইনাৰ মাক আৰু আৰতিৰ মুখ ৰঙা পৰি উঠিছে। তেওঁলোক ৰান্ধনী ঘৰতে খাবলৈ বহিল। কিন্তু নবৌয়ে আৰতিক ভাত মুঠা সুখেৰে খাবলৈ নিদিলে। তেওঁ মুখ ধুইয়ে গাড়ীত বহিল। বিয়াৰ পিছত কইনা গাড়ীত উঠিলে যেনেকৈ কইনাৰ মাক দেউতাকৰ গাত ভৎ নাইকিয়া হৈ পৰে, ট্ৰেইন আহি ষ্টেচন পোৱাৰ লগে লগে যেনেকৈ আধা খোৱাকৈ দৌৰিবলগীয়া হয়, তেনেকৈ আৰতি, ককাইদেউ আৰু আমি গাড়ীৰ ওচৰলৈ দৌৰিলোঁ।

গাড়ীত বহি দুটা মানুহৰ মাত থোকা-থুকি হৈছিল—এটি আৰতি, আনটি মইনাৰ মাক। মইনাৰ মাকে নবৌক উদ্দেশ্য কৰি ক'লে: খোৱা-লোৱা ভালেই নহ'ল। আমি ৰান্ধিব-চান্ধিব নাজানো। বাইদেৱে নাখালেই। কেতিয়াবা আৰু থকাকৈ আহিবচোন। কথা-বতৰা পতাই নহ'ল। আৰতিয়ে ক'লে: (মইনাৰ মাকক উদ্দেশ্য কৰি) নবৌ, আমাৰ ঘৰলৈকো যাবিচোন কেতিয়াবা। একে মাষ্টৰ, কাকাইও ভাল পাব।

একেবাৰে শেষত ককাইদেউৱে ক'লে: যাবিচোন কেতিয়াবা। এওঁলোককো লৈ যাবি। মই ক'লো: যাম ককাইদেউ, মোৰ কাম এটা আছে ইন্সপেক্টৰ অফিচত। আপুনি কৰি দিব লাগিব। মই সোনকালে যাম।

গাড়ী গুচি গ'ল। কেইদিনমানলৈ ককাইদেউহঁতৰ কথাই মনত পৰি থাকিল।

এমাহমানৰ পিচত এদিন ককাইদেউহঁতৰ তালৈ যাবলৈ ওলালো। "আইবো বাৰ্ত্তা গঙ্গাবো যাত্ৰা"ৰ দৰে মইনাহঁতকো উলিয়াই ললো। ধৰি ৰখা জন্তুবোৰ আৰু পুৰণিকালৰ ভগা মাটি আৰু শিলৰ টুকুৰা ৰখা ঘৰটোও দেখুৱাই আনো। আৰু গাঁৱৰ মানুহেও ক'লে বোলে তোৰ বংশত অত ডাঙৰ মানুহ আছে; পোষ্টটো চেংচন কৰি আনি ভয়ে সোমাই যা—গ্ৰেজুৱেট স্কেলত। ভাবিলোঁ, হয়ো, ককাইদেউৰ ভৱিষ্যতে পৰিদৰ্শকক ধৰিম। শিক্ষামন্ত্ৰীৰ লগত খাতিৰ থকা মানুহৰ বাবে—এইটো অতি সাধাৰণ কথা।

ল'ৰা-ছোৱালী কেইটাবো মহা আনন্দ। গাঁৱত কথাটো ৰাষ্ট্ৰ কৰি ফুৰিছেই: আমি চিৰিয়াখানা চাম, আমাৰ যে জেঠা আহিছিল গাড়ী লৈ, তেওঁলোকৰ ঘৰত থাকিম ইত্যাদি।

ঘৈণীবো তেনে। চুবুৰীৰ ৰাজেন, মনহৰি, চানাৰামৰ ঘৈণীয়েক-হঁতক ঘৰ-চৰ চাবলৈ ধৰিছে। বেছিদিন নাথাকে। গদা আৰু যাদৱক এৰি যাব ইত্যাদি।

ৰাতিতেই ঘৰৰ বস্তু-বাহানী কিছু থান-থিত লগাই গদা আৰু যাদৱক দিহা-পৰামৰ্শ দিলোঁ, গৰু, ছাগলী, হাঁহ, পাৰ আদিৰ যাতে যতনখিনি লয়।

মইনাৰ মাকে ৰাতিপুৱাই কণী, আলু সিজাই মাৰ-ভাত কৰিলে। খাই কাপোৰ কানি পিন্ধি ওলালো। তেনেতে বিধিৰাম পিয়নে চিঠি এখন দিলে। চিঠিখন আৰস্তিয়ে দিছে। তাই লিখিছে: ককাইদেউ আমি সিদিনা ভালে ভালে আহি পাইছো। কিন্তু বাটে বাটে আমাৰ ককাইদেউ আৰু নবৌৰ কাজিয়া লাগি আহিছে। আপুনি শুদা গাৰে গামোছা পিন্ধি থাকি নবৌহঁতক পদূলিৰপৰা আগুৱাই অনাত নবৌয়ে হেনো বৰ লাজ পাইছে। তেওঁৰ মতে এইবোৰ আদৰ্শ ল'ৰা-ছোৱালীক দেখুউৱা বেয়া। তদুপৰি বানপানী বোলা আত্মজনীয়ে বোলে কিবা বেয়া কথা কৈছিল, আপোনালোকে

কিবা কবিৰাজী আজ্ঞাবোৰ খায়, ঘৰ-চোঁতাল, হাঁহ-পাৰ ছাগলী-গৰুৰ গোবৰৰ গন্ধত মুখৰপৰা কমাল গুচাবই নোৱাৰি ইত্যাদি কথা কৈ নবৌয়ে ককাইদেউক নানান কথা শুনাইছে। ককাইদেউৰো খং উঠি যিহকে পাই তাকে কৈছে। এই লৈ মই অহালৈকে ছয়োৰো কথা-বতৰা নাই। মই পিচ-দিনাই গুচি আহিলোঁ। কথা-খিনি আপোনাক জনোৱা বাবে বেয়া নেপাব। নবৌয়ে মাইৰ মানুহক অতি সাধাৰণ মানুহ বুলি ভাবে। আমাৰ তেৱোঁ মাইৰহে। সেই কাৰণে নবৌহঁতৰ ঘৰলৈ যাবলৈকে ইচ্ছা নকৰে·········।

চিঠিখন পঢ়ি বজ্ৰপাত পৰা মানুহৰ দৰে থৰ হৈ গ'লো। মইনাৰ মাকে কাপোৰ-কানি খুলি উচুপি উচুপি কান্দিবলৈ ধৰিলে। অপমানৰ উচুপনিৰ শব্দ বেলেগ। মোৰ বাচাহঁতে হা কৰি মাকৰ মুখলৈ চাই থাকিল। মাকৰ উচুপনিৰ মৰ্ম সিহঁতে বুজা নাই। কিন্তু এইটো বুজিছে যে, কিবা এটা অঘটন হৈছে।

কিন্তু পিচদিনা মই ককাইদেউহঁতৰ ঘৰলৈ গ'লো। ককাইদেৱে মোক দেখি বহিবলৈ দিলে আৰু তেওঁ ভিতৰলৈ সোমাই গ'ল। ভালেমান সময়লৈকে তেওঁলোক ওলাই অহা নাই। কিন্তু ভিতৰত ককাইদেউ আৰু নবৌৰ মাজত তৰ্কৰ স্পষ্ট গুণগুণনি মই শুনিবলৈ পাইছো। ককাইদেৱে নবৌক চাহকাপ দিবলৈ কৈছে। নবৌয়ে কৈছে নোৱাৰো মই······। শেষত ককাইদেৱে নিজে মোলৈ চাহকাপ লৈ আহিল। ময়ো নজনা ভাঁও ধৰি সুধিলো বোলে নবৌৰ নো কি হৈছে, আপুনি যে চাহকাপ আনিব লগা হ'ল? তেওঁ বোলে নবৌয়েৰৰ সেই মূৰৰ কামোৰ, শুই আছে। মই বোলো ঘৰত চাকৰ-বাকৰ নায়েই নে যে সিহঁতে মোক চাহকাপ আগুৱাই দিব নোৱাৰে? তেওঁ বোলে তই অতি আপোনজন আহিছ চাকৰৰ হাতেৰে চাহকাপ দিলে বেয়া নেপাবি নে?

মই ক'লো: ককাইদেউ মই চাহখাবলৈ অহা নাই। সিদিনা আপোনালোকে মোৰ ঘৰত বৰ কষ্টখন খাই আহিছে, তাৰে এবাৰ খবৰ লবলৈ আহিলো। নবৌনো ক'ত? ভিতৰলৈ সোমাই

খঁলো। ককাইদেৱে: বহ, বহ ইয়াতে বহ, মই মাতিম বৌয়েৰক বুলি কৈ থাকোতেই মই সোমায়েই গলো।

নবৌয়ে বিচনাত পৰি এখন ছবি থকা আলোচনী পঢ়ি আছে। বিছনাৰ ওচৰতে এখন সৰু টিপয়। তাতে গিলাচ, চামুচ আৰু "বিলাতী ঔষধ"ৰ বটল। কোৱাৰ্টাৰ ডিছত কিবাকিবি ভজা। তেওঁ উৰু ওলোৱা পাতল ফ্ৰক পিন্ধি আছে। পাতল, অতি পাতল। "ঔষধ"ৰ গন্ধই কোঠাটো বিয়পি আছে।

ককাইদেৱে পিছে পিছে আহিছিল। মোক কোঠাৰপৰা এক প্ৰকাৰ জোৰ কৰিয়েই উলিয়াই আনি ড্ৰইং কমত বহুৱালে। মই ক'লো: ককাইদেউ, আমি সৰু মানুহ। ঘৰত গামোছা পিন্ধিয়েই থাকো। কিন্তু আমাৰ গামোছাবোৰ বৰ ডাঠ। নবৌয়ে বহুত দামী ফ্ৰক পিন্ধিছে। সেই কাৰণে অতি পাতল। অঙ্গ-প্ৰত্যঙ্গ সব দেখা পোৱা যায়। ল'ৰা-ছোৱালীক দেখুউৱা এইটো সু অ দৰ্শনে? আমাৰ ঘৰৰ গৰু-ছাগলীৰ গোবৰৰ গন্ধতকৈ "বিলাতী ঔষধৰ" গন্ধ বেছি উত্তম নে? ককাইদেউ শুনক……।

ককাইদেৱে মোৰ হাতত থাপ মাৰি ধৰি ক'লে: হেৰি অ' কন্দৰ্প, মাইকী মানুহৰ কথাত তই ধৰি নাথাকিবি। মই বৰ অসহায় হৈ পৰিছো অ'। বৰ অসহায় হৈ পৰিছো! তইঁতে মোক ভুল নুবুজিবি।

ককাইদেউৰ চকু পানীবোৰ মোৰ হাতত টপ টপকৈ সৰি পৰিছিল।

* * *

# গেচ পালেনে ?

বাবুলৰ ঘৈণীয়েকে প্ৰায় উধাতু খাই লৰি অহাৰ দৰে আহি খবৰ দিলে যে গেচ আহিছে। 'গেচ আহিছে ?!', বুলি। আচৰিত ধৰণে প্ৰশ্ন কৰি উধাতু খাই লৰি আহি খবৰ দিলেহি মোক শ্ৰীমতীয়ে হেৰি শুনিছে, গেচ আহিছে বোলে ? মই পায়খানাত বহি আছিলো,—তালৈকে দৌৰি গৈছে।

মানুহে ভাল খবৰ এটা দিবলৈ সদায় ল'ৰা-ধপৰা কৰে। আগৰ দিনত ভাল খবৰ আছিল বিলাতত থকা ল'ৰাই সুখ্যাতিৰে বেৰিষ্টাৰী পাছ কৰা, বিয়া দি উলিয়াই দিয়া জীয়েকৰ প্ৰথম ল'ৰা সন্তান হোৱা খবৰ, পুতেকৰ কাৰণে বোৱাৰীয়েকৰ সন্ধান পোৱা ইত্যাদি। আজি কালিৰ ভাল খবৰ হ'ল 'গেচ অহা খবৰ' কো-অপাৰেটিভ দোকানত চাউল আৰু চেনি অহা খবৰ, নাক কটা পুখুৰীত চৰকাৰী মাছ দিয়া খবৰ, স্কুটাৰৰ কোটা পোৱা খবৰ, গোয়েঙ্কা নামৰ মাৰোৱাৰী দোকানত ভাঙ্গ শাৰী অহা খবৰ, বৰদলৈ ট্ৰফীৰ ফাইনেলৰ টিকট পোৱা খবৰ ইত্যাদি। পৰিয়ালৰ সদস্যসকলে অথবা কাষৰ-পাঁজৰৰ বান্ধবী-সকলে উধাতু খাই লৰি আহি খবৰ দিবলৈ আহিলেই মই জানো এনে ধৰণৰ খবৰেই হব।

গতিকে পায়খানাৰ ভিতৰৰপৰা কাহ মাৰিয়েই মই ইঙ্গিত দিলো বাৰু গৈ আছোঁ।

১৯৭৯ চনৰ জুন মাহত নামটো পঞ্জীভুক্ত কৰিছিলো গেচৰ কাৰণে 'মহাদেৱ গেচ কোম্পানী'ত। মাহত এবাৰকৈ আহোঁতে-যাওঁতে তাত সোমামেই : গেছ পাবৰ হৈছে নেকি ? গেচৰ মালিকে গপচত চিগাৰেট টানি, যেন দেশৰ প্ৰধান মন্ত্ৰীহে, এনেভাৱে অঙ্গি-ভঙ্গি কৰি মহৰী জাতীয় ল'ৰা এজনক ক'বলৈ ক'ব—'নাই বুলি কৈছে'। গপচ। যেন তেওঁ অন্তৰ্যামী ভগৱানহে, মোৰ ক্ৰমিক নম্বৰটো মুখস্থহে আছে। কেতিয়া পাম, সোনকালে পাবৰ আশা

আছেনে? 'দেখি আছে' টাইম দিব নোৱাৰি, হাজাৰ হাজাৰ এপ্লিকেশ্যন, খবৰ কৰি থাকিব। বচ্।

ধোঁৱা, ধোঁৱা। চাৰিওফালে কেৱল ধোঁৱা। বেড ৰুম, ৰিডিং-ৰুম পৰটিকো, ড্রয়িং ৰুম চাৰিওফালে কেৱল ধোঁৱা। ধোঁৱাৰ ভাপত চকু মেলিব নোৱাৰি। নয়নৰ জল বহি যায়। নাকৰ সেঙুন, মুখৰ পানী হয় একাকাৰ। কেতিয়া যে এই দুখ খণ্ডন হব। হে মা মহালক্ষ্মী। শ্ৰীমতীয়ে ভাবে। তদুপৰি বাচন বৰ্ত্তনবোৰ ঘহোতে ঘহোতে পাগল হৈ গৈছে। ক'লা দাগ গুচাবলৈ কিমান যে ভীম, চাবোন আৰু ছাই খৰচ হয়। উঃ ভগবান!

উদৰ বাৰ বছৰ গ'ল কেঁচা মাছ খাওঁতে। এতিয়া ভজা মাছ লাগে। ভাবিলে কথাটো এনেকুৱা। কিন্তু মাছ ভাজি খাব পৰাৰ ব্যৱস্থা আছে যেতিয়া কেঁচাই খোৱাৰেই বা দৰকাৰ কি। সুদীৰ্ঘ আঢ়ৈ বছৰ অপেক্ষা কৰাৰ পিছত গেচ আহিল যেতিয়া লব লাগে। কাৰণ গেচৰ বহুত সুবিধা।

এবাৰ ভদ্ৰেশ্বৰীহঁতৰ ঘৰলৈ গৈছিলোঁ ফুৰিবলৈ। গাৱঁত থাকোতেহে ভদ্ৰেশ্বৰী আছিল—আজি-কালি ভুৱনেশ্বৰী হৈছে। লগ পালে প্ৰায়ে মাতে: যাবচোন আজি-কালি নাযায়েই। বৰ অহংকাৰ হৈছে নহয়? নালাগে যাব। ইত্যাদি ইত্যাদি অভিযোগ। গলোঁ।

প্ৰথমতে ড্ৰয়িং ৰুমত বহিলো। কথা পাতিলো অলপ সময়। তাৰ পিছত ভিতৰলৈ মাতিলে। দাইনিং ৰুম। তাতে বহাৰ লগে লগে আহি গ'ল চাহ। শুকান বিস্কুট, ৰাজস্থানৰ খাকৰা পিঠা (পাপৰ) আৰু ষ্টীলৰ গিলাচত চাহ। শ্ৰীমতীয়ে মই মনে মনে ভাবি থকা কথাটো কৈয়েই দিলে: ঐ আই দেহি, ইমান সোনকালে চাহ হ'লেই? ঈশ্বৰীয়ে ক'লে: আমাৰ গেচ আছে নহয়, তৎক্ষণাৎ হৈ যায়।

ইয়াতেই আৰম্ভ গেচ পৰ্ব্ব। আজি-কালি নেতা, সাহিত্যিক শিল্পী আদিৰ লগত হোৱা সাক্ষাৎ প্ৰসঙ্গৰ দৰে কথাখিনি তুলি দিলে তলত দিয়া ধৰণৰ হব:

[ প্ৰশ্নকৰ্ত্ৰী শ্ৰীমতী আৰু উত্তৰ দিওঁতা ভূৱনেশ্বৰীদেৱী ]

প্ৰশ্ন : কিমান দাম পৰে ?

উত্তৰ : আমি আগতে লোৱাটো ছশ দাম পৰিছিল।

প্ৰশ্ন : সাধাৰণতে একাপ চাহ কৰিবলৈ কিমান সময় লাগে ?

উত্তৰ : ধৰক, তিনিৰপৰা পাঁচ মিনিটৰ ভিতৰত।

প্ৰশ্ন : কেৰাচিন আৰু খৰিতকৈ কম খৰচ পৰেনে ?

উত্তৰ : নিশ্চয়। বহুত কম।

প্ৰশ্ন : মাহত আপোনাক কেইটা 'গেচ' লাগে ?

উত্তৰ : মানুহ লৈ কথা আৰু চলোৱা লৈ কথা। কম মানুহ হ'লে এটা গেচেৰে ডেৰমাহ যায়। মাজতে ভূৱনেশ্বৰীদেৱীয়ে ক'লে : চাহ খাওঁক, ঠাণ্ডা হৈ যাব। চাহৰ কাপটো হাতত লৈ শ্ৰীমতীয়ে ক'লে : ইমান চাহ নালাগে। চাহ বেছি হব। দেৱীয়ে ক'লে : নহয় দিয়ক। এই কাপত বেছি নধৰে। দেখাত বহুত যেন লাগে। এই ষ্টীলৰ কাপবোৰত চাহ দিয়া আৰু বগলীক কাহীত পানী খাবলৈ দিয়া একে কথা। মই একে ঘোটে চাহখিনি শেষ কৰি দিয়া দেৱীয়ে সুধিলে : অলপ গৰম চাহ দিব নেকি ? মই সমৰ্থন কৰাত জানকীক মাতিলে আৰু একোকাপ চাহ বাকিবলৈ ক'লে। জানকীয়ে ঠেৰো-গেৰো কৰি ক'লে : বাইদেউ গৰম পানী নাই। গেচ জ্বলাম নে ? ভূৱনেশ্বৰীদেৱীয়ে তাইক চকু পকাই ক'লে : তাকে সুধিব লাগে নেকি ? তাৰ পাছত কথাটো আমাক বুজাই কলে : তাৰ মানে কি জানে ? একেবাৰে কাপেৰে জুখি পানী গৰম কৰা হয়। অযথা গেচ পুৰিবলৈ দৰ্কাৰ নাই। তাৰ পাছত পুনৰ প্ৰশ্ন আৰু উত্তৰ।

প্ৰশ্ন : কেৰাহী ক'লা নপৰাটো সঁচানে ?

উত্তৰ : একেবাৰে সঁচা। আপুনি বাচন সুধুলেই হয় বুলিব পাৰি। ইয়াৰ পিছতেই আৰম্ভ হয় আমাৰ বেজিষ্ট্ৰেচন। ১৯৭৯ চনৰ জুন মাহত। তেতিয়াৰপৰাই মহাদেৱ গেচ কোম্পানীলৈ কিমান যে তাড বাটি কাঢ়িছো। মেনেজাৰৰ ক'লা মুখ কিমান

বাৰ যে দেখিছোঁ। তাৰ কেতেবা মাতৰ সোৱাদ কিমান বাৰ যে ললৈছোঁ।

পাবলৈ হাবিয়াস কৰা বস্তু এটা পোৱাৰ উপক্ৰম হ'লে আনন্দ লগা খুবেই স্বাভাৱিক। মানুহৰ ইচ্ছা বোলা বস্তুটো এটা বৰ ডাঙৰ বস্তু। খাবলৈ, লবলৈ, পিন্ধিবলৈ ইচ্ছা থাকিলে আৰু সেই ইচ্ছা পূৰণ নহ'লে মানুহ স্বাভাৱিকতে ক্ষুণ্ণ হয় আৰু ইচ্ছা পূৰণ হ'লে আনন্দত জঁপিয়ায়।

বাবুলৰ ঘৈণীয়েকে দিয়া খবৰটো ফণীবাবুক কনফৰ্ম কৰিবলৈ দিছিলো হয়নে নহয়। হয়, ফণীন্দ্ৰই হঠাতে খবৰ দিলেহি গেচ আহিছে। গোটেই চহৰখনত উলহ-মালহ লাগি পৰিল। চহৰৰ মানুহবোৰ তেনেকুৱাই। বৰ ডাঙৰ কথা একোটাত যেনেকৈ হৈ-চৈ লগাই সৰু সৰু কথা একোটাতো তেনেকৈ অতি হৈ-চৈ লগাই। ডাঙৰ ডাঙৰ কথাৰ ভিতৰত স্কাইলেব পৃথিবীত পৰা, পূৰ্ণগ্ৰাস সূৰ্য্যগ্ৰহণত বাহিৰলৈ ওলাব নোৱাৰা মহাপ্ৰলয়, চন্দ্ৰত মানুহ যোৱা ইত্যাদি। সৰু সৰু কথা বহুত। লেখ দিয়াই টান। তথাপিতো আমাৰ স্মৰণ থকাবোৰৰ ভিতৰত কোনো চিত্ৰতাৰকা গান গাবলৈ অহা, ষ্টেডিয়ামত ক্ৰিকেটৰ দল অহা, চিনেমা হলত ইংৰাজী ছবি অহা, মহিলা ফুটবল দলে বল খেলা, কিংকং-দাৰাসিংহঁত অহা, এছিয়াদ স্কুটাৰৰ কোটা, কো-অপাৰেটিভত চেনি অহা, আমূলৰ যোগান, চৰকাৰী মাছ, গোৱেল্কাৰ উল, এছিয়ান গেমৰ নামত উলিওৱা মুদ্ৰা, গেচ বিতৰণ ইত্যাদি। এইবোৰক লৈ মানুহ প্ৰায় পাগলেই। চাৰিওফালে কেৱল এটাই ধ্বনি: আপুনি পালেনে? আপুনি পালেনে? অৰ্থাৎ টিকট পালেনে? কইনচ পালেনে? গেচ পালেনে? চেনি পালেনে? ইত্যাদি। পালে ভাল। নাপালে আপুনি চহৰত বাস কৰাৰ উপযোগী নহয়। অপদাৰ্থ। বিশেষকৈ নাৰী মহলৰ মাজত আপুনি অপদাৰ্থ।— আমাৰ তেখেতৰ বৰ খাতিৰ বুলি বাহাদুৰি কৰিব নোৱাৰে।

সেই কেইদিন গেচৰ নামত গুৱাহাটী বৰ গৰম। সকলোৰে

মুখত এটাই মাথোঁ শব্দ—গেচ। কোনে কি ওভেন কিনিলে, কোনটো ওভেন ভাল গৰম আলোচনা। খবৰটো পোৱাৰ লগে লগে আমাৰো মূৰ গৰম হৈ গ'ল। কিয়নো এনেভাৱে শুনা গ'ল যে এইটো কোটা প্ৰায় শেষ হও হও, এইটো শেষ হ'লে আৰু সহজে নাহে। মাটিৰ দলিল সযত্নে ৰখাৰ দৰে 'গেচৰ কাগজ'খন সযত্নে ৰাখিছিলো। সেইখন লৈ যেনেভাৱে আছিলো তেনেভাৱেই দৌৰ মাৰিলো। লোকে লোকাৰণ্য। মহাদেৱ গেচ কোম্পানীৰ সমুখত মানুহৰ ভীৰ দেখিলে ভাব হয় যেন ভাৰতৰ প্ৰধান মন্ত্ৰী আহিছে তেওঁক দেখা কৰিবলৈ, মানুহৰ হেঁচা-ঠেলা যেন অমিতাভ বচ্চন আহিছে, তেওঁক চাবলৈ মানুহ পাগল, যেন কোনোবাই সোণৰ মুদ্ৰা দলিয়াই দিছে—তাকে বুটলিবলৈ মানুহৰ ঠেলা-হেঁচা। কোনে আগেয়ে কাগজখন দিব পাৰে, কোনে আগে গেচ পাব বুলি খাটাং হব পাৰে এইলৈ ঠেলা-হেঁচা।

মহাদেৱ গেচ কোম্পানীৰ কৰ্মকৰ্তা সকলৰো কি বাহাছুৰি! বোলে ৰজাৰো একদিন—বন্দুৱাৰো একদিন। মহাদেৱ গেচ কোম্পানীৰ দোকানৰ ফালে কোনোৱে 'কেৰপাক' দিয়েই চোৱা নাছিল। তাত যেন এখন দোকান আছিল কাৰো বোধেই নাছিল। তাত মানুহে প্ৰস্ৰাৱ কৰা ঠাই বুলিহে ধাৰণা কৰিছিল। কিন্তু ভগৱান হব সন্তুষ্ট হ'লে আৰু কি লাগে। বোকাতো পদুম ফুলে। ছুনিয়াৰ পায়খানাৰ ময়লা পেলোৱা ঠাইতে ষ্টেডিয়াম হল। মৰিশালীত পাৰ্ক হ'ল। মানুহেই ঈশ্বৰ। মানুহেই ঠাই পবিত্ৰ কৰে। মহাদেৱ গেচ কোম্পানীৰ ছুৱাৰ মুখ য'ত কুকুৰৰ শৌচ, লেতেৰা জাবৰ-জোথৰ, ক'লা কচুৰ গছ, গেলা-পচা পানীৰে ভৰি আছিল মানুহৰ ভৰিৰ গচকনিত পবিত্ৰ হৈ গ'ল।

প্ৰথম দিনা আমি মুখত কোবোৱা দমৰাৰ দৰে ঘূৰি আহিলো। ভিতৰৰ মোচৱালা এজনে ছুৱাৰত খিলি লগাই দিলে—'প্ৰৱেশ নিষেধ'। দ্বিতীয় দিনা অশেষ কষ্ট কৰি কিউৰ এধাৰ নম্বৰ ব্যক্তি হ'লো। মই ভাবিছিলোঁ মোতকৈ আগেয়ে কোনো যাব পৰা নাই।

"বোৱাৰী পুৱাতে উঠি মুখখন পখালি গৰম পানী এক ধোক গিলি চেকুৰ মাৰিছিলো—কিউৰ এক নম্বৰ ব্যক্তি হম বুলি। পিছে দেখিলোঁ মোতকৈয়ো আগেয়ে যোৱা ব্যক্তি আছে।

খাবলৈ নোপোৱা মানুহে আগত যিয়েই পৰে তাকেই উত্তম খাদ্য বুলি ধপাধপ অন্তঃস্থ কৰাৰ দৰে আমিয়ো যিয়েই দিলেই তাকেই গ্ৰহণ কৰিলোঁ। পিছতহে জানিলোঁ লাইটাৰটো ষ্টেণ্ডাৰ্ড নহ'লেও হয়। ৰজাৰ আগত প্ৰজাই কথা সুধিবলৈ সাহস নকৰাৰ দৰে বিক্ৰেতাসকলৰ আগতো কথা কবলৈ কাৰো সাহস নাই। তেওঁলোক গৌৰৱত ওফন্দি থাকে। মুখত, পৰিৱেশত এনে অহংকাৰ পৰিস্ফুট হয় যেন আমাক দহ তোলা মান ওজনৰ একোটা আঙঠি এনেয়েহে দিলে!

ইয়াৰ পাছত বস্তুটো আমাৰ পাল পৰিল। গুৱাহাটীৰ কনভেণ্ট আৰু ডনবস্ক স্কুলত অভিভাৱকসকলে ল'ৰা-ছোৱালী থবলৈ, আনিবলৈ যোৱাৰ দৰে ইতিমধ্যে গেচৰ অভিভাৱকসকলেও ভীৰ কৰিছে। কোনোৱে এম্বেছাডৰ গাড়ী, কোনোৱে অটৰিক্সা, কোনোৱে মাতড'ৰ, কোনোৱে জীপ, কোনোৱে, মিনিট্ৰাক আদিত নিজৰ নিজৰ গেচ কঢ়িয়াই নিছে। আমাৰ সেইবোৰ একোৱেই নাই। ৰিক্সা এখন মাতিলো। সি আহিবই নোখোজে। শেষত ভাড়া বেছিকৈ দিম বুলি কোৱাত আহিল। পাহাৰৰ ফাটত ভৰি সোমোৱা মানুহৰ দৰে চিলিণ্ডাৰ আৰু ওভেনৰ মাজত ভৰি সুমুৱাই দি টান ৰোগী হস্পাতালৈ নিওতে সাৱট মাৰি ধৰি নিয়াৰ দৰে গেচক সাৱটি ধৰি ঘৰ পালো।

ঘৰত বস্তুটো নমাই দিয়াৰ লগে লগে যিহে আনন্দৰ জোৱাৰ উঠিল তাক ব্যাখ্যা কৰাৰ ভাষাই নাই। তথাপিতো উপমাৰে তুলনা কৰিলে এনে হব। যেন প্ৰভু জগন্নাথে শুমন্তক মনিহে হৰণ কৰি আনিলে। যেন বন্ধ্যাৰ ঘৰত কেঁচুৱাহে উপজিল, যেন মজিয়া খান্দোতে এটা সোণৰ কলহহে পালে। ইয়াৰ পাছৰ আধ্যা নাটক লিখিলে এনে হব:

'তেও'—কিমান পৰিল ?

মই—মুঠ এঘাৰ শ।

'তেও'—হওক, এতিয়া বহুত ইকনমি হব। ধোঁৱা নাইকীয়া হব। অৰুণ কাই (খৰি ফলা মানুহ)—

সেইটো কি মাই ??

'তেও'—অ' অৰুণ কাই এইটো গেচ। তুমি আৰু আমাৰ ঘৰত খৰি ফলাৰ দৰ্কাৰ নাই। গেচ আহিল।

নিমাতী—(কাম কৰা ছোৱালী)

তেনেহলে খৰিবোৰৰ অৱস্থা কি হব ??

ভাণ্ডৰ বাপু— (কলেজত পঢ়া)

কি হব নাজানা নেকি ??

চৰকাৰে যে ফৰেষ্টৰ কাৰণে কত টকা খৰচ কৰি গছ-গছনি কৰ ধৰিছে ? আমাৰ মানুহে গছবোৰ কাটি খাস্তাং কৰা কাৰণে আজি দেশত বৰষুণ নাই। ঘৰ বান্ধিবলৈ কাঠ নাই। বুইছ। খৰিবোৰ চেক্ হব। সেই কাৰণে গেচৰ আৱিষ্কাৰ হ'ল।

'তেও' : শুন, সকলোৰে শুন। এতিয়া আৰু জধে-মধে জুই জ্বলাব নোৱাৰিবি। এতিয়া আৰু চৰুত চাউল বহাই দি তৰ্কাৰী কাটিলে নহ'ব। গেচ জ্বলোৱাৰ আগতে চব্ কাটি-কুটি ঠিকঠাক কৰি লব লাগিব। খৰিৰ দৰে অযথা গেচ পুৰিব নোৱাৰিবি। বুইছ। ধোঁৱা নাই। চাফা, অৰুণ কাই আৰু নিমাতী দুয়ো হা কৰি শুনি থাকিল। পিছত দুয়ো এটা হুমুনিয়াহ এৰিলে।

ইয়াৰ পিছত 'তেও' গেচ জ্বলোৱা নিয়মাৱলীখন সকলোকে পঢ়ি শুনালে। তাৰ পাছত প্ৰস্তাৱ লোৱা হ'ল—আজি নতুন গেচত মাংস খোৱা হব। উপস্থিত সমজুৱাৰ হৰ্ষোৎল্লাসৰ মাজত প্ৰস্তাৱ গৃহীত হ'ল।

একেবাৰে শেষত, মোৰ জমিৰ মিঞাৰ কথা মনত পৰি এটা দীঘল হুমুনিয়াহ ওলাই আহিল। জমিকদ্দিনে হেনো চেনিটাৰি পায়খানা এটা সাজি উঠি হুমুনিয়াহ এটা কাঢ়ি কৈছিল : চেনিটাৰি-

ছু সাজলুম। অ' খন পায়খানা কৰমু কি কৈৰা। পেটত খাবাৰ কিছু নাথাকলে শৌচ হবে কণ্ঠেকাবে ভাই। আমাৰো তেনে অৱস্থা। ধাৰ ধুপাৰ কৰি জাৰি জোকাৰি এঘাৰ শ টকা যোগাৰ কৰি কোনো ৰকমে গেচ আনিলো। এতিয়া গেচত ৰান্ধিবলৈ চাউল আৰু মাংস আনো ক'ৰ পৰা! উদং! পকেট একেবাৰে উদং!

তথাপিয়ো ঋণং কৃত্বা ঘৃতং পিবেৎ কৰি গেচ চলালো। ধাৰ কৰি মানুহে বিয়া কৰাই, ঘৰ সাজে। সেই বুলি বিয়াৰ পিছত কইনাজনীক ধাৰৰ কথা জানিবলৈ দিয়ে নে? ওচৰ চুবুৰীয়াক ঘৰটো ধাৰতে পোট গৈ বান্ধিলে বুলি কয়নে? বৰ্ত্তমান যুগত মানুহে বাহ্যিকতাৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰে। মানুহ আজি-কালি বাহিৰে ৰং চং আৰু ভিতৰে কোৰা ভাতুৰীৰ দৰে হৈ পৰিছে। ফেৰমাৰি, জেদত পৰি মানুহ জাতি প্ৰায় দেউলীয়া হয়। 'অমুকে কৰিব পাৰে আমিনো কিয় নোৱাৰো', বুলি খণ্ডত পেট ফাটি ছমাহলৈ শুকনি খোৱা মানুহৰ সংখ্যা সৰহ হৈ পৰিছে।

চলিল, কিছুদিন ধুম-ধামেৰে গেচত ৰন্ধা বঢ়া চলিল। মাছ, মাংস, ৰুটি, পোলাও, পৰঠা, পাপৰ চব চলিল। শুচিল বেঙেনা পোৰা, কাবৈ মাছ পোৰা, বেল পোৰা আদি। গেচ অহাৰেপৰা অসমীয়া মানুহে এইবোৰৰ জুতি এৰিবলগীয়া হ'ল।

লাহে লাহে আমাৰ ঘৰলৈ অৰুণ কাই নহা হ'ল। নিমাতীকো ঘৰলৈ পঠিয়াই দিয়া হ'ল। গাৱঁৰ আইতাও আজি-কালি শীত-কালত আমাৰ ঘৰলৈ নহা হ'ল। কিয়নো ইয়ালৈ আহিলে তেওঁ জুই পুৱাবলৈ নাপায়!

এদিন শ্ৰীমতীয়ে ক'লে: আমি পিক্‌নিক্ খাবলৈ যাম। ল'ৰা-ছোৱালীইঁতৰো স্কুলত ফাংচন আছে। আপুনি অকলে থাকিব লাগিব। কিবা অলপ বনাই খাব আপুনি। আলু, পিঁয়াজ, দাইল, কণী চব আছে। গেছ আছেই। তৎক্ষণাৎ ৰন্ধা হৈ যাব। ভালকৈ বনাই খাব আৰু। হব হব, কোনো কথা নাই বুলি আশ্বাস দিলো।

ইয়াৰ পিছতেই মোৰ বিপৰ্য্যয়। দাইলত তেল মাৰিবলৈ গৰম তেলত পিয়াজখিনি পেলাই দিছো ভাজিবলৈ তেনেতে দেখিলো গেচৰ নীলা জুই তৎক্ষণাৎ ৰঙা হৈ গ'ল আৰু মুহূৰ্ত্ততে নাইকীয়া হৈ গ'ল। বুজিলো গেচ শেষ। এতিয়া উপায়। পিঁয়াজ আধা ভজা হৈ হালধীয়া ফেনত পৰিণত হ'ল। কেৰাহী চেঁচা হৈ গ'ল। দৌৰা-দৌৰিকৈ কেৰাচিনৰ ষ্টোভটো জ্বলাবলৈ গলো। প্ৰথমতে ইয়াক বিচাৰি চলাথ কৰিবলগীয়া হ'ল। দেখিলো ই এলাগী তিৰোতাৰ দৰে—আগতে খৰি থোৱা ষ্টৰ ৰুমত আমন জিমনকৈ পৰি আছে। বেমাৰত পৰি বহুত দিন গা নোধোৱা মানুহৰ দৰে চৰকাৰী আলিৰ কাষৰ বগৰিগছ জোপাৰ দৰে ধূলি-বালি লাগি হামখুৰি খাই মাটিত পৰি আছে। আথে-বেথে তাক তুলি ললো। ধূলি-বালি জাৰি জোকাৰি দেখো যে তাৰ পেটত তেল অলপো নাই। কেৰাচিন তেল একেবাৰে বিসৰ্জ্জন দিলো বুলি মনত অহংকাৰ এটা আছিল। আজি সেই অহংকাৰৰ পতন হ'ল। এটা এটাকৈ গেলন, বটল চালো নাই ক'তো এটুপিও তেল নাই। মহা সমস্যা এটাত পৰিলো।

ইতিমধ্যে দাইল চেঁচা হৈ পানীৰ দৰে হ'ল। আধা ভজা পিঁয়াজখিনি ৰ'দত শুকোৱা মাছৰ দৰে দাঁত নিকটাই পৰি আছে। ভাত ৰান্ধি খোৱাৰ উৎসাহটো একেবাৰে নাইকীয়া হৈ গ'ল। মনটো বৰ বিষাদেৰে ভৰি পৰিল। কি কৰো কি নকৰো একো ঠিকেই কৰিব নোৱাৰিলো প্ৰথমতে। শেষত উপায় এটা উলিয়ালো। ৰন্ধা-বঢ়া নকৰো। হোটেলতে খাম। এই বুলি ঘৰৰ দুৱাৰ-খিৰিকী বন্ধ কৰি মূল কপাটত তলা লগাব খুজিছো মাত্ৰ এনেতে শান্ত আয়ে মাত লগালেহি বোপা ঘৰটো দেখো নিজম, কোনো নাই নেকি ?

মই আনদিনা শান্ত আইক দেখিলে যেনে আথোপ-থোপ লগাই মাত-বোল কৰো আজি তেনে সহজ হ'ব নোৱাৰিলো। তথাপিতো চাৰিপাত দাঁত দেখুৱাই উত্তৰ দিলো : এ ইইক সোপা সকলোৰে

পিক্ নিক্ খাবলৈ গ'ল। মই সেই দোকানলৈ যাবলৈ ওলাইছো। আপুনি বহক।

পুহ মহীয়া দিন। বৰ ঠাণ্ডা লগা যেন লাগিছে আহু আইৰ। তেওঁ কঁপি কঁপি কথাবোৰ কৈছে। মই জানো অলপ পাছতে আয়ে কব—বোপা অলপ জুই ধৰা। বৰ ঠাণ্ডা লাগিছে। ইঞ্জিনীয়াৰ, ডাক্তৰ, হাকিম, জোবায়েক হোৱা হ'লে শাহুৱেকহঁতে কিজানি জুই ধৰিবলৈ নকয়। আমাক হ'লে—বোপা দুখে-ভাগৰে আহিছোঁ, খৰি কেইডালকে ফালি অনা বুলিও কয়। মই আইক বহিবলৈ দি দোকানলৈ দৌৰ মাৰিলো। প্ৰথম প্ৰথম সন্মানটোতো ৰচাব লাগিব।

যুদ্ধৰ ক্ষিপ্ৰতাৰে হৰি প্ৰসাদৰ দোকানৰপৰা এমুঠি খৰি লৈ দৌৰ দিলো। দৌৰতে হাতৰপৰা খৰি মুঠি পৰি তমালডাল চিঙি খৰি কেইটুকুৰা চাৰিও ফালে সিঁচৰিত হৈ পৰিল। খৰি কেইচটা বুটলি ললো। এডাল খৰি দূৰত পৰিছিল। সেইডাল আনিবলৈ যাওতে খৰি টুকুৰাই যেন মোক ইতিকিং কৰি ক'লে : ডাঙৰ মানুহে সকলো সময়তে তোমাক নতৰে। সৰু মানুহকো কামত লাগে। মনত ৰাখিবা। হায়ৰে গেচ!



# ॥ পানীৰ টানত ॥

মই থকা ঠাইখিনিৰ চাৰিওফালে পানী। উত্তৰে এটা প্ৰকাণ্ড পিতনি, দক্ষিণে এটি সৰু নৈ; পূবে-পশ্চিমেও সৰু সৰু নানা ধৰণৰ খাল-ডোং। মুঠতে পানীৰ মাজতে মই ওপঙি আছোঁ। কিন্তু অতি আচৰিত কথা—মোৰ খাবলৈ পানী নাই। চহৰৰে বাসিন্দা; কৰ-কাটলো দি আছোঁ, কিন্তু চৰকাৰী পানীৰ পাইপ আমাৰ সেই পিনে যোৱা নাই। দৰখাস্ত কৰি কৰি ভাগৰি পৰিছোঁ। নলী-নাদ এটা বহুৱাবলৈও অশেষ চেষ্টা কৰা হৈছিল। বিফলে গ'ল। তলতে তিনিটা পাইপ ভাঙি সোমাই থাকিল।

আগতে দুই একলহ পানী শ্ৰীমতীয়ে বসন্তইঁতৰ নাদৰপৰা তুলি আনিছিল। যোৱা দুমাহ ধৰি তেওঁ বিছনাত পৰি আছে। চিটি বাছৰপৰা নামোতে ভৰি মোচোকা খাই মেডিকেলত কুৰিদিন, ঘৰত দুকুৰিৰ ম্যাদ। গতিকে পানীৰ অভাৱ।

সেয়ে পানী ভাৰী এজন ঠিক কৰিছিলোঁ। গোলাঘাট চহৰত বহুত মানুহে পানী দি জীৱিকা উলিয়াই। তেওঁলোক গাৱঁৰপৰা অহা লোক। সৰু সৰু খেৰৰ জুপুৰিত কেবাজনো লগ হৈ ভাড়া কৰি থাকে। পানীৰ যোগান ধৰি মাহেকত পইচা লৈ বেছ টকা উপাৰ্জন কৰে।

মোকো তেনে এজন মানুহেই পানী দিছিল। দিনে চাৰি ভাৰ। প্ৰতি ভাৰত সত্তৰ পইচা হিচাপে তেওঁ ধৰে আৰু মাহৰ মূৰত টকা-খিনি লয়।

এনেবোৰ লোকক আমি সাধাৰণতে অজলা বুলিয়েই ভাবো। যেনে—ৰিক্সাৱালা, ঠেলাৱালা, দিন হাজিৰা কাম কৰা কাঠমিস্ত্ৰি, শাক-পাঁচলিৰ বেপাৰী, ভাত ৰান্ধনি ল'ৰা ইত্যাদি লোকক নিৰক্ষৰ হিচাপে ধৰি অতি সহজ-সৰল লোক বুলিয়েই ভবা হয়। কিন্তু

আচলতে তেনে নহয়। এইসকল লোককো মই অতি চতুৰ লোক বুলিয়েই গণ্য কৰোঁ।

এদিন ছুপৰীয়া মোক পানী দিয়া মানুহজনৰ লগৰে আন এজন পানী ভাৰী উপস্থিত হ'ল। মোক নমস্কাৰ এটি আগবঢ়াই পৰিয়াৰৰ খবৰ ল'লে। আন দুই-এটা মোক ভাল লগোৱা কথা সুধি শেষত পানীৰ কথা উলিয়ালে। বোলে বাবু, হৰকান্তই আৰু আপোনাক পানী দিয়া বন্ধ কৰিব বুলি শুনিছোঁ। আপুনিনো তাক ভাৰে কিমানকৈ দিয়ে? মই বোলে তাক ভাৰে সত্তৰ পইচাকৈ দিওঁ। সি বোলে বাবু তাক আপুনি অত পইচা কেলেই দিব লাগে। মই আপোনাক ষাঠি পইচাকৈ পানী দিম। মই বোলে হৰকান্তই যদি সঁচাকৈ পানী নিদিয়ে তাক সুধি লম আৰু তোমাকে বন্দবস্ত কৰিম।

আবেলি হৰকান্তই পানী দিবলৈ আহিল। হৰকান্তই হাঁহি-মুৱা লোক। সি পানী দিবলৈ আহি দুই-এটা ধেমেলীয়া কথা কৈ আমাক হঁহুৱায়। আমিও তাক বহিবলৈ দি কেতিয়াবা চাহ কাপ; কেতিয়াবা কল দুটা, কেতিয়াবা শাক এমুঠি দি পঠিয়াওঁ। কম পইচাৰ বাবে শাৰীৰিক কষ্ট কৰা মানুহলৈ আমাৰ মৰম সহানুভূতি অলপ বেলেগ। কিন্তু আজি হাঁহিমুৱা হৰকান্তক দেখিলোঁ, মুখখন অলপ গোমোঠা। পানীভাৰ চৌবাচ্চাত বাকি দি বেৰাচিন তেলৰ টিন দুটা আৰু সিকা বাওকাযোৰ একাষৰীয়াকৈ থৈ বাৰান্দাতে লেপেটা কাঢ়ি বহি ললে। ক'লে: বাবু, মই আৰু আজিৰপৰা আপোনাক পানী দিব নোৱাৰো। মই কাৰণ কি সোধাত সি ক'লে, বোলে ভাৰে সত্তৰ পইচাত পানী দিলে তাৰ নোপোছায়। সত্তৰ পইচাত আজি-কালি এমুঠি বিড়িকে নাপায়। মই ক'লো: ইমান কম পইচা পোৱা মানুহ তোমালোকে বিড়ি কিয় খোৱা? বিড়ি খাবলৈ এৰি দিবা। দুই পইচা উপাৰ্জন কৰা লোকে দহ পইচাৰ নিচা খাবলৈ কিয় ইচ্ছা কৰা তোমালোকে?

হৰকান্তৰ এইবাৰ খং উঠিল। মোক ক'লে: বাবু, আপুনি কি কয়? আমি সৰু মানুহ হ'লো বুলি বিড়িডালো নাখাম নে?

আপোনালোকে বাবুবোৰে দেখোন শ' শ' টকা বটলতে উকৰাই দিয়ে। তুমি পানী নিদিয়া নাই, যোৱা, লেক্‌চাৰ মাৰিব নালাগে। মোক পানী দিয়া মানুহৰ অভাৱ নাই।

ঠিক আছে বাবু, ইমান কম পইচাত আপোনাক কোনে পানী দিয়ে দেখিম নহয়—হৰকান্তই ক'লে।

ভোৰ-ভোৰাই হৰকান্ত গুচি গ'ল। পিচদিনা সেই হৰকান্তৰ লগৰ মানুহজন আহি কলে—বাবু হৰকান্তই আপোনাক পানী দিয়া বন্ধ কৰিলে নহয়, ময়েই আজিৰপৰা পানী দিয়া কৰোঁ। মই দিবলৈ কলো। আক সুধিলো: তুমিনো কাক কাক পানী দি আছা? আৰু তোমাৰ নামটোনো কি? নামটো জনা দৰকাৰ।: হয়, হয় বাবু ঠিক কৈছে। নাম জনাৰ দৰকাৰ আছে। পিছে মোৰ নাম নজনা মানুহ নাই। বিৰহু পানী ভাৰী বুলি ক'লে আপোনাক সকলোৱে চিনাই দিব। মোৰ পানী নোখোৱা মানুহ অসমত নাই। বাবু, এটা কথা, বৰষুণ, নৈ, বিল, খাল, পুখুৰী, সাগৰ সবেই পানী দিয়ে। কিন্তু তথাপিতো মানুহে পানী ঠিকমতে পায় নে? এই বিৰহুই পানী দিলেহে সকলোৱে পানী পাব পাৰে। বিশেষকৈ ফাগুন-চ'ত মাহত পানীৰ যি হাঁহাকাৰ, তেতিয়াই সকলোৱে বিৰহু কাই আমাকো পানী দু-ভাৰ দিবাচোন। দিওঁ, মই সকলোকে পানী দিওঁ। কাকো বিমুখ নকৰোঁ। বিপদত পানী টুপি দিয়াহে আচল উপকাৰ। আপুনি মানুহক ঘিউ, মৌ, গাখীৰ খুৱালেও সন্তুষ্ট নহব পাৰে যদি পানীটুপি খাবলৈ নেপায়। বিৰহুই অনৰ্গল কৈ থাকিল এই দৰে। মই শেষত নিজে নিজেই বিদায় দিলো: বাৰু বিৰহু তুমি এতিয়া যোৱা। পানী দি থাকিবা। হিচাপটো ৰাখিবা। আৰু ভাল পানী দিবা।

যাবলৈ উঠি বিৰহু আকৌ বহিল। ক'লে: বাবু আপুনি ভাল কথা এটাকে ক'লে। হৰকান্তইঁতে আপোনালোকক কেতিয়াও ভাল পানী নিদিয়ে। আপুনি জানে নে সি ক'ৰ পৰা পানী দিয়ে? : নাজানো? মই কলো, বিৰহু: সি পানী আনে

মুছলিম পাৰাৰ বাহিৰৰ নাদটোৰপৰা। কেতিয়াবা পশ্চিমবৰীৰ পুখুৰীৰপৰা, কেতিয়াবা সোণাপুৰ নৈৰপৰাও সি পানী আনে। : হয় নে? এনেবোৰ ঠাইৰপৰা পানী দিয়ে সি আমাক? বৰ বদমাছ দে সি। সেই কাৰণেইতো আমাৰ পেটৰ বেমাৰ হুওচে, মই ক'লো। হয় বাবু, তাৰ ওপৰত বহুত মানুহৰ কম্‌পেলেন। তাৰ পানী খাই বহুত মানুহ বেমাৰত ভুগিছে এইখন চহৰত। বিৰহু গ'ল।

বহুত সময় পানীৰ কথাকেই ভাবি থাকিলো। পানীখিনিৰ দুখতে আমি মৰিম। ভাৰতবৰ্ষৰ পানী অতি দূষিত। আমাৰ মন্ত্ৰীসকলেও ভাৰতৰ পানী নাখায়। অন্য দেশৰপৰা নিৰ্মল পানী সৰবৰাহ কৰি আনে। বিদেশী লোকসকলে ভাৰতলৈ খেল খেলিবলৈ আহোতে তেওঁলোকে লগত বহুত নিৰ্মল পানী আনিছিল। তাৰে বৈ যোৱা ভালেখিনি পানী আমাৰ পৰিশোধন কেন্দ্ৰবোৰত সুমুৱাই ৰাখিছিল। তাৰেই অনেক বিষয়াবৰ্গ এতিয়াও চলি আছে। কিন্তু বেছি ভাগ পানী শোধন কেন্দ্ৰৰেই যন্ত্ৰবিলাক অচল বাবে পানীৰ পাইপেৰে মাছৰ, ভেঁকুলীৰ পোৱালি-বিলাক সোমাই আহি আমাৰ খোৱাপানীৰ মলিবোৰ খাইহে আমাক উদ্ধাৰ কৰে। অসম চৰকাৰে বোলে এইবাৰ দুহেজাৰ আঠাইশখন গাৱঁত পানীৰ যোগান ধৰিব। মনতে কেতিয়াবা ভাব হয়—টাউন এৰি গাৱঁতে গৈ মাটি কিনো বুলি। পিছে চাকৰি-ডালৰ বাবেহে লেঠা।

চিগাৰেট পুৰি পুৰি এইবোৰ কথা ভাবি থাকোতে হঠাৎ পানী এভাৰ লৈ হৰকান্ত হাজিৰ। সি ক'লে: বাবু, বিৰহুই বোলে আপোনাক পানী দিছে। তাৰ পানী নাৰাখিব। ময়েই আপোনাক আকৌ পানী দিম। মই অলপ আচৰিত হলো। আৰু হৰকান্তক অলপ অপদস্থ কৰাৰ মানসে ক'লো: তুমিতো মোৰ লগত নানা ধৰণৰ তৰ্ক-বিতৰ্ক কৰি পানী নিদিয়া বুলি গুচি গলা, সেই কাৰণেই মই বিৰহুক পানী দিবলৈ ৰাখিলো। তদুপৰি তেওঁ

পোন্ধৰ পইচা কমকৈ ধৰিছে ভাৰত। হৰকান্তই কলে: বাবু সিয়েইতো যত কুটৰঘাই! সি মোক লগাইছে বোলে তই ইমান কম পইছাত কিয় পানী দি আছে। আমি ভাবত টকাকৈ লওঁ। তয়েই আমাৰ মাৰ্কেটখন বেয়া কৰিছ। নিদিবি পানী। পানী দিয়া বন্ধ কৰিলে টকাকৈ দিবলৈ বাধ্য হব। খেয়ে মই বন্ধ কৰিছিলো। কিন্তু যদু পান দোকানীৰ মুখে শুনিলো সি বোলে আপোনাক ষাঠি পইচাত পানী দিছে। চালা বেইমান নিমখহাৰাম……।

তেনেতে বিৰহুয়ো পানী এক ভাৰ লৈ হাজিৰ। হৰকান্তই এক মুহূৰ্ত্তও পলম নকৰিলে। বিৰহুক চকু বগা কৰি কলে: তই ইমান মিছলীয়া, টুটকীয়া। তয়েই মোক বাবুৰ বিৰুদ্ধে লগাই পানী দিয়া বন্ধ-কৰালি আৰু এতিয়া নিৰ্লজ্জৰ দৰে তই ষাঠি পইচাত পানী দিছা। চালা নাক কাটি সতিনীৰ যাত্ৰা ভঙ্গ কৰিম। মই বাবুক পঞ্চাশ পইচাত পানী দিম।

বিৰহুই বোলে তোৰেই লাজ নাই। আনৰ আগত বাবুৰ বদনাম ৰটি ফুৰ আৰু মোৰ আগত বাবুক সদায় গালি পাৰ আৰু আজি মোকেই মিছলীয়া বুলি ফোপ জহাইছ? তই পঞ্চাশ পইচাত পানী দিবি—যা মই চল্লিচ পইছাত দিম।

হৰকান্ত: মই ত্ৰিশ পইচাত দিম।

বিৰহু: মই বিছ পইচাত দিম।

হৰকান্ত: মই দহ পইচাত দিম।

বিৰহু: যা মই এনেয়ে দিম। পইচা নলওঁ। ইমান সময়ে আমি পৰিয়ালৰ সকলোৱে সিহঁতৰ তৰ্ক-যুদ্ধখনকে চাই থাকিলোঁ। পিছত বায় এটা দিলোঁ: বাৰু বাৰু তহঁতে মিছায়ে তৰ্কখন কৰিব নালাগে। দুয়ো ভগাই মিল-মামলা হৈ তিনি ভাৰকৈ প্ৰত্যেকেই পানী দিবা। এজনে পুৱা আনজনে আবেলি। মই ভাবে, ষাঠি পইচাকৈ দিম। হ'ল তো? যোৱা কাজিয়া-পেচাল নকৰিবা। ৰৰ বেয়া লেখি। মানুহে মোকো বদনাম কৰিব।

কিন্তু দুয়োৰে কাজিয়াখন ইমানতো অন্ত নপৰিল দুটা বোতলা মেকুৰীৰ দৰে দুয়ো কেপেৰি পাতি আছিল। অৱশেষে দুয়োৰে যুদ্ধ-খন ঠিক ছাগলীৰ যুদ্ধৰ দৰে আৰম্ভনীতে ভয়ানক। কিন্তু একচন নিলে।

হৰকান্তই কলে: বাবু ই আপোনাক পানী এনেয়ে দিলেও তাৰ পানী নলব। আপুনি নাজানে সি ক'ৰপৰা পানী আনে? সেই লেতেৰা পুখুৰী আৰু আহঁতৰ তলৰ নাদৰপৰা পানী আনে। সেই পানী খালে আপোনালোকৰ সবৰে হেলেথ্ বেয়া হৈ যাব।

বিৰহু: ইমান মিছলীয়া তই? কোন দিন দেখিছ তই মোক সেইবোৰৰ পানী আনা? চৰকাৰী পাইপত বাহিৰে অমুকাই ক'ৰো পৰা পানী নানে 'অ চালা। ইমান বেইমানী কথা নলগাবি। তোক মই বহুত দিন দেখিছো। তইহে সেইবোৰ জেগাৰপৰা পানী আনি বাবুবিলাকক দিয়।

দুয়োৰে মুখ চুপতি মৰা যুদ্ধখন দেখি মোৰ ভাল নালাগিল। আচলতে মোৰ খং উঠিছিল। তেওঁলোকক যাবলৈ কলো: মোৰ চৌতালত তোমালোকে এনেকৈ চুপতি মাৰিব নালাগে। এতিয়া যোৱা। ইচ্ছা হলে দুয়ো পানী দিবা। নহলে নাই। আৰু মোক বিনা পইচাত পানী দিব নালাগে। মই পইচা দিম। যোৱা।

তেনেতে বাহিৰত পেট্ৰোল অনা গাড়ীৰ দৰে এখন ঘূৰণীয়া প্ৰকাণ্ড টেংকৰ গাড়ী ৰ'ল। গাড়ীৰপৰা তিনিজন মানুহ জাপ মাৰি নামি চিঞৰ-বাখৰ লগালে: পানী, পানী, চৰকাৰী পানী। আহক, আহক কলহ বাল্টি, ড্ৰাম লৈ আহক। মাঘ, ফাগুন, চ'ত মহাৰ এই চাৰি মাহত পানীৰ অভাৱ নহব। চৰকাৰে পানী দিব। আহক, আহক, জল্দি আহক। এটা ল'ৰা মোৰ চৌতাললৈ সোমাই আহিল আৰু কলে—আহক চাৰ পানী লওক, যিমান লাগে সিমান পানী লওক।

ইতিমধ্যে হাতীৰ শুঁৰৰ সমান ডাঙৰ ৰবৰৰ পাইপ এটাৰে চৌ-চৌ-কৈ পানী উলিয়াই দিলে। আৰু বোৱাৰী, বুঢ়ী, গাভৰু, ল'ৰা

সকলোৱে কলহ আৰু বাল্টি লৈ মোৰ পদূলিত ভিৰ কৰিলে। কলহ, বাল্টি ত্ৰামৰ থুন্-থান্ শব্দ। গাড়ীত অহা ল'বা এজনৰ মাজৰপৰা এজনে সৰু পাইপ এডাল উলিয়াই মোৰ চৌতালৰ কালে সুমুৱাই দিলে। পানী, পানী, কেৱল পানী। পানীয়ে মোৰ ঘৰ চৌতাল ডুবি যোৱা যেন হ'ল।

এতিয়া বিৰহু আৰু হৰকান্ত শিল পৰা কপৌৰ দৰে থিতাতে থৰ হৈ থাকিল। সিহঁতৰ মুখ দুখন বেংকৰ ল'ন নোপোৱা মানুহৰ দৰে, পৰীক্ষাত ফেল কৰা ল'ৰাৰ দৰে ক'লা পৰি গ'ল। সিহঁতৰ মুখলৈকে চাবলৈ মোৰ বেয়া লাগিল। তথাপিতো কলো: তেনে হলে এতিয়া তোমালোক যোৱা। মোৰ আৰু পানীৰ প্ৰয়োজন নাই। দেখিলাইতো চাৰিওফালে পানী। কেৱল পানীয়েই পানী। পানী ৰাখিবৰে ঠাই নাই।

দুয়ো সিকা-বাওকা কান্ধত লৈ যাবলৈ প্ৰস্তুত হ'ল। আৰু শেষত মন্তব্য এনেদৰে দিলে: বাবু,—চৰকাৰী পানী কিমান দিন দিয়ে দেখিম নহয়। চৰকাৰী পানী দিয়া মানুহেও আমাৰ পানী খায়। আপুনি বোধহয় নাজানে যিখন অফিচে নগৰৰ মানুহক পানী, পায়খানা দিয়ে, সেইখন অফিচত পানী আৰু পায়খানা নাই। "অটাৰ চাপ্লাই"ৰ—মহীনবাবুৱেও আমাৰপৰাই পানী খায়।

কথাটো হয়। আমি পানীৰ মাজতে ডুবি আছো, পৃথিৱীৰ চাৰিভাগৰ তিনিভাগেই পানী। তথাপিতো আমি পানী খাবলৈ নাপাওঁ। এয়েই মানৱ জীৱনৰ বিশেষত্ব। শিক্ষক-শিক্ষয়িত্ৰী নিজৰ ল'ৰাক টিউচন নকৰে। ডাক্তৰৰো বেমাৰ হয়। টকা ছপোৱা বেংকৰ কৰ্মীয়ে আন বেংকত একাউন্টচ্ খোলে। খেতিয়কে ধান কিনি খায়। মাছ পোহা মানুহে নিজৰ পুখুৰীৰ মাছ নেখায়। কিনিহে খায়। গতিকে মিউনিচিপাল অফিচত পানী, পায়খানা নোহোৱাটো স্বাভাৱিক।

তথাপিতো মই বৰ দো-মোজাত পৰি গলো। হৰকান্ত বিৰহুক এৰি দিম নে নাই একো থিৰাং কৰিব নোৱাৰিলো। শেষত কৈয়েই

দিলো। ৰবা চোন ৰবা, তোমালোকে আবেলিকৈ পানী দিবাহি। আগে দ্ৰাম এটিকে কিনিম।

ছয়োৰে মুখত হাঁহি খেলি গ'ল। হৰকান্তই বিড়ি এটা উলিয়াই বিৰহুক দিলে: হুপ, বিড়িকে হুপ। যাওঁগে ব'ল। বিড়ি হুপি-হুপি ছয়ো কৈ গ'ল। বাবু চৰকাৰী পানী আৰু বেংকৰ মানি একো মূল্য নাই। ছয়ো গান এটি জুৰিলে: একাঠু হ'ল পানী, আহা বাজা খোৱা পানী। গানটো ক্ৰমে ক্ৰমে মুগুনা হোৱাত মই ভিতৰলৈ সোমাই গলো।

* *

# "নন্দীৰ ঘৰত চণ্ডী"

নন্দী থাকে চহৰত, চণ্ডী থাকে গাঁৱত। বাস্কা অঞ্চলৰ এখন ভিতৰুৱা গাঁৱত চণ্ডীৰাম পাটোৱাৰীৰ ঘৰ। গোটেই অঞ্চল ব্যাপী চণ্ডীৰাম জনাজাত লোক। ব্যাপক হাৰত খেতি কৰে। যেনে— আঠখন হাল বায় ষোলটা চাকৰ। বছৰত প্ৰায় পঞ্চাশ হাজাৰ টকাৰ ধান বিক্ৰি কৰে। পাণ, তামোল, নাৰিকল, বাঁহ, তৰি-তৰকাৰী, গাখীৰ, মাছ সকলোবোৰ বিক্ৰি কৰে। হাঁহ, কুকুৰা, পাৰ, ছাগলী সকলোবোৰৰে খেতি আছে। সকলোবোৰকে হাটে-বজাৰে বিক্ৰি কৰি চণ্ডীৰামে টকা জমা কৰে।

এদিন চণ্ডীৰাম চহৰলৈ আহি নন্দীৰাম পাটগিৰিৰ ঘৰত উপস্থিত হ'ল। তেতিয়া ৰাতি প্ৰায় সাতটা। শীতকালৰ ৰাতি সাত বজা মানে বহুত ৰাতি। চণ্ডীৰামে লগত আনিছিল তেওঁৰ বিশ্বাসী বন্ধা দমহু ধৰক। দমহু ধৰ আজি বহুদিন ধৰি চণ্ডীহঁতৰ ঘৰত আছে। তাৰ ঘৰে-চোঁতালে অবাধ গতি। চণ্ডীৰ ভুজনী ঘৈণীয়েক। পাঁচ-জনী জীয়েকৰ আলপৈচান ধৰা দমহুকে যি চণ্ডীয়ে অলপ বিশ্বাস কৰে, বাকীবোৰক সাপ বুলি ভাবে। গতিকে দমহুকে লগত লৈ চণ্ডীৰাম এই ৰাতি সাত বজাত নন্দীৰামৰ ঘৰত উপস্থিত হ'লত তেওঁৰ মনত মহাসংশয় উপস্থিত হ'ল। অৱশেষে বহুত মানুহৰ লগত হুলি গলি কৰা নন্দীৰাম পাটগিৰি সহজে বিতত নহ'ল।

নন্দীৰামৰ লগুৱা হৰকান্ত। আজি বহুদিন ধৰি সুখে-দুখে হৰকান্তই নন্দীক এৰি দিয়া নাই। বছৰত দুবাৰ ঘৰলৈ যাব আৰু দৰমহাটো মাহে লব—এই বন্দৱস্তত হৰকান্তই নন্দীৰ ঘৰত চাকৰ খাটিছিলহি।

কিন্তু পিচত গৈ বছৰত দুবাৰ ঘৰলৈ যাব দূৰৰ কথা দুবছৰতো এবাৰ যাব নোৱাৰে। বছৰৰ মূৰতো নন্দীৰামে হিচাপ নকৰে

হৰকান্তই কিমান পইচা পাওনা আছে। ফলত মহাবিৰক্তি পাই হ'লেও হৰকান্তই নন্দীৰ ঘৰ এৰিব পৰা নাই।

চণ্ডীৰাম পদুলী মুখত থিয় হৈ প্ৰথমতে ছুটামান কাঁহ মাৰিলে। নাই কোনো সাৰি শব্দ নাই। দমহুই ক'লে : ডাঙৰ কৰি নেগেইবোই কিয়া ? চণ্ডীৰামে বুজাই দিলে যে টাউনত গাৱঁৰ দৰে চিঞৰ-বাখৰ কৰি মানুহক নামাতে। ইয়াত হয় কাহি দিব লাগিব নহয় ঘণ্টি বজাব লাগিব। : ঘণ্টি মানে সেই বামুনৰ ঘণ্টি, চাধেৰাত দি বাজাই সেই দমহুই সুধিলে। চণ্ডীৰামে বুজাই দিলে যে সেই ঘণ্টি নহয়। বেৰত বুতাম থাকে, টিপি দিব লাগে। ভিতৰত পেটকৈ শব্দ হ'লে তাহানি ভিতৰত জানে মানুহ আহিছে বুলি। অৱশ্যে সবৰে ঘণ্টি নাথাকে। দনহু আৰু চণ্ডীৰামৰ এনে গুণগুণনি শুনি হৰকান্ত বাহিৰলৈ ওলাই মাত লগালে। কোন সেইয়া ? চোৰ নেকি ? চণ্ডীৰামে ক'লে : আমি চোৰ নহওঁ, আমি গাৱঁৰপৰা আহিছো। এয়া নন্দী মহৰিৰ ঘৰ নহয়নে ? মই তেওঁৰ অতি পুৰণি বন্ধু মানুহ। গাৱঁলৈ গলে তেওঁ আমাৰ ঘৰতে থাকে। : হয়, হয়, তেখেতৰেই ঘৰ হয়। আজি কালি মহৰি নহয় দালাল হৈছে। দালালীহে কৰে। আহক আহক, ভিতৰলৈ সোমাই আহক। এই ঠাণ্ডাখনত বাহিৰত থিয় হৈ আছে।

দুৱাৰ খুলি বহিৰলৈ দিলে। চণ্ডীৰামে হৰকান্তৰ বৰ শলাগ ললে। : দেখিলি দমহু, চহৰৰ চাকৰৰ কি গুণ ? চণ্ডীৰামে দমহুক সকীয়াই দিলে। দমহু : তুহনাই দেখুন গাৱঁত মানুহ আইহ্‌লি বৈবাহ ন ক। আগদাল টাকানকে দেখুন আগবাঢ়ে নেদ্ তাংখু আৰু চিলিম নাখ—কি কৈ'ৰবা মানুহ আইহ্‌ৰ হা। চণ্ডীৰাম : মনে মনে থাক গৰু।

ইফালে মানুহৰ সমাগম শুনি নন্দীৰামে হৰকান্তক সুধিলে কোন অ' হৰো, কোন আহিছে সেয়া ? দেউতা গাৱঁৰপৰা আহিছে। আপোনাৰ বোলে অতি পুৰণি বন্ধু। গাৱঁৰপৰা আহিছে ? মোৰ বন্ধু ? বিছনা-পত্ৰ আছেনে লগত ? ইত্যাদি ইত্যাদি একে উশাহতে

যাবটা মান প্ৰশ্ন কৰি উত্তৰলৈ অপেক্ষা নকৰিলেই আৰু পোনে পোনে বহা কোঠালীলৈ সোমাই আহি চণ্ডীৰামৰ ওচৰ পালেহি।

চণ্ডীৰাম : নমস্কাৰ।

নন্দীৰাম : নমস্কাৰ।

চণ্ডীৰাম : আজি বহুবছৰ ধৰি চহৰৰ ফালে ফুৰিবলৈ অহা নাই। বোলো এবাৰ পুৰণি বন্ধু-বান্ধৱবে খবৰ লৈ আহো। কিনো কৰিছে। সেই বুলিহে আগমন কৰিলো। আপোনা খবৰ মংগল কুশল নে?

নন্দীৰাম : কোনো ৰকম চলিছে আৰু মহাপ্ৰভুৰ কৃপাত। পিছে আপুনি সেই বাস্কাৰ চণ্ডীৰাম মহাজন নহয়নে?

চণ্ডী : হয়, হয়, আপোনাৰ ভাল মনত আছে দেই। এৰা, এৰা, চহৰৰ মানুহৰ মনত থকা শক্তি বেছি। দেখিলি দমহ মোক পাহৰি যোৱা নাই? মোৰ অতি পুৰণি বন্ধু।

নন্দীৰামো বহিল। নানা কথা-বতৰা পাতিলে। নন্দীৰামে জানিলে যে চণ্ডীৰাম আৰু লগুৱা দুয়ো ৰাতিৰ আলহী হবই। গতিকে খোৱা-লোৱাৰ যোগাৰ অলপ কৰিবলৈ লাগিল। চণ্ডীৰামে দেখিলে যে ঘৰখন বৰ নিজম। কোনো নাই নেকি। ফুটাই কথাটো সুধিলে : বোলো তিৰি-ছলি কোনো ঘৰত নাই নেকি? নন্দীৰামে কলে যে—সিহঁত কেইটি আজি কেবাদিনো হ'ল—মামাকৰ ঘৰলৈ গৈছে, অহাই নাই। চণ্ডীৰামে বোলে সেই কাৰণেতো মই ঘৰখন নিজম পৰি থকা দেখিলো।

ইতিমধ্যে কথোপকথনত নিশাদেৱী আগবাঢ়ি গৈ থাকিল। নন্দীৰামে এটা দীঘলকৈ চিঞৰ মাৰিলে : হৰকান্ত। হৰকান্ত আহি হাজিৰ হ'ল। নন্দীৰামে কলে, আমালৈ চাহ-পানী এটোপা কৰি খোৱা-লোৱাৰ যোগাৰ কৰ। দোকান-পোহাৰ বন্ধ হব। কিবা নাই যদি অনাই ল। হৰকান্তই গা খজুৱাই উত্তৰ দিলে : জেউতা ঘৰত একোৱেই নাই। চাহ-ভাতৰ যোগাৰ একোৱেই নাই বুলিব পাৰি। নিমখ আৰু পানী আছে মাত্ৰ। : হব হব, সব ঠিক হৈ যাব। তই বৰ্ত্তমানতে আমাক অলপ চাহৰ যোগাৰ দে। খি

জাতৰ কৰ। মোৰ গাঁৰুৰ তলত টকা আছে, তাৰেপৰা লৈ যা, নন্দীৰামে খুব গাম্ভীৰ্য্যত কলে। হৰকান্তই লগে লগে উত্তৰ দিলে যে গাঁৰুৰ তলত, চোলাৰ জেপত, কতো এক পইচাও নাই।

এইবাৰ নন্দীৰামে ফন্দী উলিয়ালে। চণ্ডীৰামক কলে: বাক্ বন্ধু বেয়া নাপাবা, তোমাক ৰাতিপুৱা দিম, বৰ্ত্তমানে মোক টকা পঞ্চাশটা দিয়ক। চণ্ডীয়ে অলপো দ্বিধা-সংকোচ নকৰাকৈয়ে কলে যে তাৰ হাতত মাত্র দহটা মান টকাহে আছে। নন্দীৰামে সেই দহ টকাকে খুজি নিলে। আৰু হৰকান্তক কলে, যা তাৰে দাইল, চেনি, চাহপাত, মিঃ তেল, আলু মিলাই আনিবি বুইছ। দিনে পোহৰে একো নকলি। মই টকা আছে বুলিয়েই ভাবি আছিলো গাঁৰুৰ তলত। কাইলৈ আকৌ বেংক খুলিলেহে টকা পাবি। নন্দীৰামে চণ্ডীৰামৰ লগত অহা দমহুকো কলে: যোৱা তুমিও আমাৰ হৰকান্তৰ লগত লগ লাগি বজাৰ-তজাৰ কৰি ৰন্ধা-বঢ়া কৰাগৈ। দমহুই ভালেই পালে। তেতিয়াৰেপৰা আনালগা ধূপৰ দৰে "নহ'দনদৰ" মাজত কাঠৰ দাণ্ডিৰ দৰে পৰি আছে। সি জঁাপ মাৰি নদী পাৰ হোৱা মানুহৰ দৰে সাউত কৰি ভিতৰ সোমাই গ'ল।

চণ্ডীৰামেও বহুত সকাহ পালে। তেওঁ নন্দীৰামৰ একেবাৰে ওচৰলৈ গৈ কাণৰ ওচৰত প্ৰায় ফুচফুচাই বোৱাৰ দৰে কলে: কিয় আহিলোঁ বন্ধু সোধা। কিয়বা আহিলা? এটা বৰ জৰুৰী কামত, অথচ অতি গোপন কামত আহিছোঁ। ক'ব লাগে। কিবা জৰুৰী সকাম আমি জানো কি সহায় কৰি দিব পাৰো। তুমি পাৰিবা। টাউন-চহৰত ঘুৰি ফুৰা মানুহ। নিশ্চয় পাৰিবা। কোৱা, পৰা কাম কৰি দিবলৈ অথমে হেলা নকৰে।

- চণ্ডীৰামৰ কথা লাহে লাহে সক হৈ আহিল। আৰু ফুচ-ফুচনিত পৰিণত হ'ল। নন্দীৰামক অনুৰোধ কৰিলে যে দুৱাৰখন, খিৰিকী দুটা জপাব লাগে। তেতিয়া কথাটো ক'ব পৰা হব। নন্দীৰামে কলে যে দুৱাৰ-খিৰিকী জপোৱাৰ কোনো আৱশ্যক নাই। টাউনত ইমান ৰাতি কোনো মানুহ ইয়ালৈ সোমাই নাহে। আহিলেও

বাহিৰৰপৰা মাতবোল কৰিছে সোমাব। চণ্ডীৰামে নেৰিলে: ফলে যে তেনেকৈ নহব। হঠাৎ দমহু আৰু হৰকান্ত সোমাই আহিলে মহা বিপদ হব। শেষত চণ্ডীৰামৰ আই-ঐ বি-ঐ কাকুতি-মিনতি দেখি নন্দীৰামে দুৱাৰ-খিৰিকীত খিলি লগাই দিলে।

চণ্ডীৰামে হুল্ড-অলটো মানে বিছনা চাদৰ এখনেৰে মেৰিয়াই অনা নাৰিকলৰ ৰছীৰে পেচি পেচি বন্ধা এটা টোপোলা। অনুমান হয় ভিতৰত গাঁৰু-চাৰু কিবা কিবি আছে। ৰছীৰ বান্ধ কেইডালৰ গাঠি কেইটা দাঁতেৰে কামুৰি-কামুৰি খুলিলে। ওপৰৰ মেৰিওৱা চাদৰখন খোলাৰ পিচত ভিতৰত আন এখন ধুতিৰ কানিৰে মেৰিওৱা টোপোলা দেখা গ'ল। ধুতিখনে এনেকৈ মেৰিয়াইছে যে দুঃশাসনে দ্ৰৌপদীৰ বস্ত্ৰ খোলাৰ দৰে মেৰ ভাঙি শেষ কৰিব পৰা নাই।

ইফালে নন্দীৰামৰ কৌতূহ'ল বাঢ়ি গ'ল। তেওঁৰ চকু দুটা ক্ৰমান্বয়ে ডাঙৰ কৰি অপলকভাৱে চণ্ডীৰামৰ হাত দু'খনৰ ফালে চাই থাকিল। নন্দীৰামক এনে দেখা গ'ল যে—চণ্ডীৰাম এজনী মাক পকা আমৰ বাকলি গুচাই আছে; নন্দীৰাম এটা সৰু ল'ৰা-গুটিটো চুহিবলৈ অধীৰ হৈ ৰৈ আছে—কিন্তু ধৈৰ্য্য হেৰুওৱা নাই।

ধুতিৰ মেৰটো গুচোৱাৰ পিচত কাগজেৰে মেৰিওৱা এটা টোপোলা ওলাল। ভালে মান পুৰণি, ধোঁৱা লগা কাগজেৰে মেৰিওৱা। ৰঙা আঁচুৰে বন্ধা।

নন্দীৰামে অনুমান কৰিব পাৰিলে বস্তুটো কি হ'ব পাৰে। ই-নিশ্চয় আফিং হ'ব। নহলে সোণৰ গহনা, নহলে মাটি-বাৰীৰ দলিল পত্ৰ।

ৰঙা আঁচুবোৰ চিঙি চিঙি পলিথিন পেপাৰবোৰৰ মেৰটো খুলিলে। তেতিয়াহে আচল বস্তুটো ওলাই পৰিল। এইবাৰহে নন্দীৰামৰ কৌতূহলৰ শাম কাটিলে। বিছনা চাদৰ, ধুতিৰ কানি, পুৰণি খবৰৰ কাকত, পোলিথিন পেপাৰেৰে মেৰিয়াই অনা বস্তুটো আফিং, সোণৰ গহনা, দলিল পত্ৰ একোৱেই নহয়—ই হৈছে উইয়ে খোৱা এশটকীয়া নোটৰ এটি পেকেট।

নন্দীৰামে খুব হাঁহিলে। ঃএই টকাখিনি ইমান যত্ন কৰি আনিব লগা হৈছেনে বন্ধু। সেঃ সেঃ। আকৌ হাঁহিলে।

চণ্ডীৰামে ক'লে ঃ তেনেকৈ নকবা বন্ধু। গাঁৱত মোৰ বহুত শত্রু। গাঁৱত আজিকালি খুব ডকাইতি হয়। মানুহে মানুহক কোবাই মাৰে দুটা টকাৰ কাৰণে। গতিকে মোৰ ইমান টকা থকা বুলি জানিলে মোক কোবাই মাৰিব।

কিন্তু ইমান টকা, তুমি কেনেকৈ পালা, ক'ত কেনেকৈ সাঁচি ৰাখিছিলা? টকাবোৰ উঁইপোকে কেনেকৈ খাবলৈ পালে ??

সেইবোৰ কথা কৈ লাভ নাই প্রভু। সব মোৰ কপালৰ দোষ। মজিয়াত গাত খান্দি মাটিৰ কলহ এটাত থৈ পুতি থৈছিলো। মৰ উঁইয়ে তাতে গৈ মৰিব লাগেনে? সিহঁতে এই দৰে কুটি নষ্ট কৰিলে। এতিয়া এই টকাখিনি ৰিজাৰ্ভ বেংকত বদলি কৰি দিব লাগে। পাৰিবানে নাই কোৱা?

কিয় নোৱাৰিমহে বন্ধু। এশবাৰ পাৰিম। ৰিজাৰ্ভ বেংকত মোৰ কত বন্ধুৱে কাম কৰে। মই গলেই কৰি দিব। কিন্তু বহুত টাইম লাগিব। একেলগে অত নোট পাছ নকৰে। অলপ অলপকৈ কৰি থাকিব লাগিব।

হব হব, কোনো কথা নাই। দুমাহ লাগিলেও লাগক। যেন তেওঁ হাতত সৰগখন ঢুকি পালে। এনে অনুভৱ কৰিলে। নন্দীৰামেও বৰ সকাহ পালে। আঁজি কেবাদিনো ধৰি তেওঁৰ মাৰ্কেট বৰ বেয়া। কাষ্টমাৰ বিচাৰি হাবাথুৰি খোৱা নন্দীৰামৰ আজি ঘৰতে কাষ্টমাৰে আহি লগ দিছে। গতিকে নন্দীৰামক পায় কোনে?

অৱশেষত তেওঁলোকে হৰকান্তই তৈয়াৰ কৰা দহটকীয়া দামৰ খানাটো খাবলৈ বহিল। এখন দাইল আৰু দুইটুকুৰা আলু ভাজি এটা জলকীয়া। বাটি ব্যৱহাৰ কৰা নাই। ভাতৰ মাজতে খোল কৰি তাতে দাইল দিছে। দাইল মানে পানীহে। ডাইলৰ সচ তাতে নাই। নন্দীৰামে সুধিলে ঃ কি অ' হৰকান্ত ডাইলখন অলপ

পনীয়া হ'ল অ'। আলু ভাজিত বাহিৰে আন একোৱেই নকৰিলি নেকি? দহোটা টকাৰে তই কি বজাৰ কৰিলি অ'? মাছ পুঠি এটা নানিলি?

হৰকান্তই ক'লে: দেউতা হিচাপটো শুনিব নেকি?

: কচোন কি কি আনিলি?

: চাউল এক কেজি—তিনি ষাঠি। ডাইল এক দচ, মিঠাতেল পঞ্চাশত আশী, আলু পঞ্চাশ, হালধি পঞ্চাশ, খৰি এক পঁচিশ, আলা দহ। চাহপাত পঞ্চাশ, চেনি পঞ্চাশ, মুঠ ন'টকা পয়ত্ৰিশ পইচা।

: আৰু পয়ষট্টি পইচা কি কৰিলি?

: বিড়ি আনিছো দেউতা আৰু এটা মেচ।

: তেনেহলে ড্বশ পঞ্চাশ আলু তই কি কৰিলি?

ইয়াৰে তিনিসাজ কৰিছো দেউতা। কাইলৈ ৰাতিপুৱাও এওঁলোকে খাই-বৈ যাব নহয়। আৰু গধূলীলৈকে আপুনি ঘূৰি নাহে। গতিকে ৰাতিৰ সাজৰ কাৰণে অলপ ৰাখিব লাগিব।

: অ' সেই কাৰণেই তো ভাজি ভাজি অলপ কম হৈছে। বাৰু বাৰু হব দে। ৰাতিপুৱা আমি ভাত নাখাওঁ। বুইছ খুব পুৱাই আমি ওলাই যাম। কাম আছে।

ইতিমধ্যে আটাইৰে খোৱা পৰ্ব সমাপ্ত হ'ল। সঁচা কথা কবলৈ হ'লে চণ্ডীৰাম আৰু দমহুৰ পেট নভৰিল। মুহূদি হিচাপে হৰকান্তই কিনি অনা বিড়ি কেইডালকে আটাইকেইজনে হুপিলে। এইখিনি কৰালৈকে ৰাতি ভালেখিনি হ'ল। হৰকান্তই বিচনা পাতি ঠিক কৰি দিয়াত শুবলৈ গ'ল। হৰকান্ত আৰু দমহু এখন বিচনাত, চণ্ডীৰামক ত্ৰয়িংৰুমত অকলে এখন বিচনা দিলে। নন্দীৰাম তেওঁৰ নিজৰ বিচনাত পৰি থাকিল।

চণ্ডীৰাম, নন্দীৰাম, দমহু, হৰকান্ত কাৰো চৌপনি অহা নাই। প্ৰত্যেকৰে নিজ নিজ চিন্তাত বিভোৰ হ'ল। চণ্ডীৰামৰ ঘৰৰ কথা মনত পৰিছে। চাকৰ-বাকৰহঁতে সি নথকা অৱস্থাত কাম-কাজ

নকৰে। বৈশীয়েকইতেও দাইল, আলু, ৰঙালাউ আদি খুব বেছিকৈ ৰান্ধে। টাউনত মানুহৰ দাইলৰ আঞ্জা আজি দেখিলো নহয় কেনেকৈ খায়। মইহে পনীয়া দাইল খাওঁ বুলি বন্ধা কেইটাই বদনাম কৰে। চণ্ডীৰামে ভাবিলে।

ইফালে নন্দীৰামৰো মনত মহা আনন্দ। অতি আনন্দ লাগিলেও মানুহৰ টোপনি নাহে। আজি এনে এটা চিকাৰ হাতত পৰিছে, বহুদিনৰ খোৰাকি আহি গৈছে। ঘৰটো ভাল কৰিব লাগে, নতুন চাইকেল এখন কিনিব লাগে ইত্যাদি ইত্যাদি আনন্দৰ চোৰে টোপনিত খলক লগালে।

আনফালে দমহু আৰু হৰকান্তৰো টোপনি অহা নাই। দমহুই ক'লে: হেৰি হা ভাই মই ভাবিছিলু আমাৰ মালিকেই পিথিৱীৰ ভিতৰোত বেছি কিঞ্চপিন। পিছে আজি দেখিলু তুমাৰ মালিকোতো কম নহয়। হৰকান্তই 'ক'লে: এৰা ময়ো ভাবিছিলোঁ আমাৰ মালিকেই অতি কৃপণ লোক, পিছে তোমাৰ মুখে যি শুনিলো আমাৰ দেউতাতকৈয়ো কৃপণ লোক আছে। দুয়ো খেক্ খেক্ কৰি হাঁহিলে।

এইদৰে চাৰিওটি প্ৰাণী চিন্তা-ভাবনা কথোপকথন আদি কৰি থাকোঁতে ৰাতি প্ৰায় পুৱাওঁ পুৱাওঁ অৱস্থা হ'ল। দমহু আৰু হৰকান্তৰ ঘোৰ নিদ্ৰা আহিল। দুয়োৰে নাকে এনে শব্দ তুলিলে যে ৰাটেৰে যোৱা মানুহে দুটা বোন্দা মেকুৰীৰ যুঁজ লগা বুলি ভাবিব। চণ্ডীৰামৰো চকু দুটা টানি নিলে।

ঠিক এনে সময়তে নন্দীৰামে: চোৰ চোৰ বুলি চিঞৰ-বাখৰ লগাই দিলে। তেওঁৰ চিঞৰত চণ্ডীৰাম বিছনাৰপৰা জঁাপ মাৰি মাটিত পৰিল। ক'ত ক'ত ধৰ ধৰ বুলি দৌৰিবলৈ খুজিলে। কিন্তু ঘোৰ অন্ধকাৰ কোঠা; অচিন ঠাই—ৰাস্তাঘাট, ঘৰ-দুৱাৰ মুখ ক'ত একোকে ধৰিব নোৱাৰে। গতিকে বেৰত, খুঁটাত খুন্দা খাই কপাল ফাটি তেজ ওলাই গ'ল। ইফালে দমহুই সাৰ পাই বিছনাতে হৰকান্তক সাৱটমাৰি ধৰি ভয়তে পেপুৱা লাগিল। দুয়ো নিতাল মাৰি পৰি থাকিল।

আনকামে নন্দীৰামে নিলে ঐ নিলে ঐ বুলি জাবকালিৰ কাঁচি জোনটোৰ সমান পোহৰৰ টৰ্চটো ইফালে সিফালে মাৰি তাল-আফাল লগালে। চণ্ডীৰামে কথমপি দুৱাৰখন খুলি নন্দীৰামক সাৱত মাৰি ধৰি সুধিলে: কি নিলে বন্ধু কি নিলে নন্দীৰামে প্ৰায় কন্দাৰ নিচিনা ভাওঁ ধৰি ক'লে: তোমাৰ টকাৰ টোপোলাটো নিলে বন্ধু, তোমাৰ টোপোলাটো। সেই উইয়ে খোৱা নোটবোৰ নি কি কৰিব সিহঁতে?

কথা শুনি চণ্ডীৰাম মাটিত পৰি মূৰ্চ্ছা গ'ল। নন্দীৰামে মূৰত পানী ঢালিলে। দমছুইও উঠি আহি কাষতে বহি বিছিৰে ধৰিলে। যেতিয়া জ্ঞান ফিৰি আহিল চকু মেলি চালে। তেতিয়া পূব আকাশত সূৰ্য্যৰ পোহৰ উঠি আহিছে।

চণ্ডীৰামে পুনৰ ৰাউচি জুৰিলে: অ' মোৰ কলীজহা, বগীজহা ধান বেচা টকা ক'ত গলি ঐ, নিজে ভাল বস্তু নাখাই, বাৰীৰ পচলা ঔটেঙাৰ জোল খাই মাটিৰ বটাত পুতি ৰখা মোৰ এশ টকীয়া নোটৰ পেকেট ক'ত গলি ঐ···।

দমছুইও তাৰ প্ৰভুৰ লগতে ৰাউচি জুৰিলে: অ' মাহৰ মূৰতো দালিৰ পানী নুখুৱে, পচলাত খাৰ দি আহু চাউলোৰ ভাত দি, গুৰা সান্দাহত গুৰ দি "বন্ধা" ৰাখা মোৰ মাহাজন মালিকৰ পইচা তই কোত গেলি ঐ···।

নন্দীৰামে থানাত খবৰ দিব বুলি ঘৰৰ ভঙা চাইকেলখনকে মাৰি বাহিৰ ওলাল।

শেষত হৰকান্তই চণ্ডীৰামক বুজাই বঢ়াই সান্ত্বনা দিলে যে টকা হাতৰ মল, চাফাই, আজি গ'ল কাইলৈ আহিব। চোৰে নিলে চাৰিগুণ বাঢ়ে। ভাবকাবে দুখ কৰিব নাপায়। আৰু আমাৰ বাবু সাংঘাতিক মানুহ। চোৰ ধৰা পৰিবই। এই পইচা নি ক'তো সাৰিব নোৱাৰে। থানাত খবৰ দিলেই পুলিচ আহি আপোনালোককো ধৰি নিব আৰু গেলা ঘৰত সুমুৱাই থব। পিচতহে বিচাৰ, আজি-কালি পুলিচে দোষী নিৰ্দোষী বিচাৰ কৰাও নাই।

আগে গেলা ঘৰত এদিনমান থৰ। কোবাব। তাৰ পাছতহে খালাচ। গতিকে ভাবাভাবি মই বন্ধা-বঢ়া কৰোঁ। পইচা অলপ দিয়ক, বাকী সব আছে।

চণ্ডীৰামৰ খঙে চুলিৰ আগ পালে। হৰকান্তৰ পিনে চকু ৰঙা কৰি চাই ক'লে: মোৰ পইচাৰে বজাৰ কৰি বাতি খালে আৰু এতিয়া চাউল কিনো বুলিও সৰকাৰ খুজিছে? মই পুলিচৰ বান্ধো নাখাওঁ, ভাতো নাখাওঁ। তোৰ মালিকক কৰি মই আহিলো।

আগে আগে চণ্ডীৰাম, পিচে পিচে দমহু। দুয়ো বৰষুণত ভিজা মানুহৰ দৰে ৰেল ষ্টেচন বুলি দৌৰ দিলে। ষ্টেচনলৈ কমেও আঠ কিলোমিটাৰ দূৰ। ৰিক্সা বা টিটি বাছত পইচা ভৰাৰ কি দৰ্কাৰ।

* * *

# পইচাৰ টানত

হৰিনাথে ৰাতি পুৱাই যাত্ৰা কৰিলে হাটলৈ। তেওঁৰ উদ্দেশ্য ভাল এটুকুৰা ঠাই অধিকাৰ কৰা। কেন্দুৰ তল হাটখন এখন বিখ্যাত হাট। কেবাখনো গাঁৱৰ মানুহে ইয়াত স্ব উৎপাদিত বস্তু বেচা-কিনা কৰে। কিছুমানৰ মাৰ্কা মাৰা ঠাই থাকিলেও বেছিভাগ লোকৰে নিজ স্থায়ী ঠাই নাই। যিয়ে আগেয়ে যাব পাৰে সিয়ে ভাল ঠাই দখল কৰিব পাৰে। হৰিনাথ তামোল পান, কেঁচা তৰকাৰী আদিৰ বেপাৰী বহা শাৰীতেই বহিল। বহিল মানে কোনো চাৰিপাটী, কঠ অথবা পীৰা পাৰি বহা নাই। তেওঁ পাতখন আগত লৈ ভোজ খাবলৈ বহা মানুহৰ দৰে ওপৰ কটি কৰি ৰবাব টেঙাটো আগত লৈ বহি থাকিল।

গছডালত মাত্ৰ একোটি ৰবাব টেঙাই ওলমি আছিল। ঠেঙু-ডাল টান আছিল হবলা সেয়ে পকি অপক হোৱা সত্বেও ই সৰি পৰা নাছিল। হৰিনাথে বাহৰ আগলি এটাৰে খোচ এটা মাৰি টেঙাটো সৰালে আৰু ফটা লংপেণ্টৰ ভৰিৰে চিলাই কৰা মোনা এখনত টেঙাটো ভৰাই ভাৰ কোবোৱা মানুহৰ দৰে বেগাই গৈ হাট পালে। তেতিয়ালৈকে ঘৰৰ মানুহ কোনোৱে শয্যা ত্যাগ কৰাই নাই।

চাওতে চাওতে বেলি আহি মূৰৰ ওপৰ পালে। তেতিয়ালৈ কোনো গ্ৰাহকেই এবাৰো সোধা নাই টেঙাটোৰ কিমান দাম। হৰিনাথ হতাশ হোৱা নাই। ওচৰতে বহা মান কচু আৰু কলফুল বেপাৰী যদু আৰু ঘনোৰ লগত কথা পাতি গ্ৰাহকৰ মুখৰ পিনে চাই মাজে মাজে বিড়ি এহোহা মাৰি টেঙাটোৰ ওপৰত পৰা ধুলি-বালি ফুৰাই দি সময় কটাইছে হৰিনাথে। হৰিনাথে চিন্তা কৰিছে যেনেকৈয়ে নহওক—ৰবাব টেঙাটো আজি বেচিবই লাগিব। এই-টো বিক্ৰী কৰি পোৱা ধনৰ এটা অংশেৰে তেওঁ দাড়ি খুৰাব আৰু আনটো অংশেৰে দাখনৰ বাবে বেঢ়ি এটা কিনিব। কিন্তু গছত

কঁঠাল, ওঁঠত হেল। তেতিয়ালৈ কোনো গ্ৰাহকেই তেওঁৰ সামগ্ৰীৰ ওপৰত চকু পেলোৱা নাই।

তেওঁ এবাৰ মনতে সিদ্ধান্ত এটা কৰিলে—ঠাই ডোখৰ সলনি কৰিবৰ। তেতিয়া কিজানি বিক্ৰী হয়েইবা। বহুত ভাল ছোৱালীৰ মাজত বেয়া ছোৱালী এজনী থাকিলে, ডাঙৰ ডাঙৰ নেতা মন্ত্ৰীৰ মাজত সৰু মানুহ বহি থাকিলে, অসংখ্য ধুনীয়া ধুনীয়া ফুলৰ মাজত ফুল এজোপা ফুলি থাকিলে যেনেকৈ কোনোৱে চকু নকৰে তেনেকৈ দৈ, মাছ, কবি, আলু, জাহজী কল, আপেল, কমলা আদিৰ মাজত ৰবাব টেঙা এটি কোনোৱে চকু নকৰে। আজি-কালিৰ মানুহবোৰ দৈ আৰু মাছৰ কাৰণে পাগল। প্ৰাণহৰি মাষ্টৰৰ দৈ, বাতাবানী পোহাৰীৰ কাৰৈ মাছ, ৰত্নেশ্বৰৰ দীঘল কচু, সুমিত্ৰা আবুৰ পান, ভানুকান্তৰ তামোল কেন্দুৰ তলৰ হাটৰ বিখ্যাত বস্তু। গ্ৰাহকৰ তাতেহে পোনেই চকু। কিন্তু হৰিনাথৰ ৰবাব টেঙাটোৰ ওপৰত কোনো বেটাৰ চকু পৰা নাই। সেয়ে জাগা সলাই হৰিনাথ এইবাৰ অকলশৰীয়াকৈ আন ঠাইত বহিল গৈ।

ছুবৰি বনৰ ওপৰত ৰবাব টেঙাটো থলে। সেউজীয়া বনৰ ওপৰত এটি যেন মুগা বৰণৰ ফুটবল পৰি আছে। পাম্প যোৱা ফুটবলটোৰ দৰে টেঙাটোও লাহে লাহে সোতোৰা পৰি আহিছে। হৰিনাথৰ মনটোও যেন লাহে লাহে হতাশৰ ফালে আগবাঢ়ি আহিল। মুচিয়ে ভৰিৰ ফালে, নাপিতে মূৰৰ ফালে চোৱাৰ দৰে হৰিনাথেও গ্ৰাহকবোৰৰ তথা হাটৰ মানুহবোৰৰ মুখৰ পিনে নীৰিক্ষণ কৰিবলৈ ধৰিলে কাৰোবাৰ চকু পৰিছে নেকি টেঙাটোৰ ওপৰত। কিন্তু নাই কোনো গ্ৰাহকেই এবাৰ ভুলতো সোধা নাই টেঙাটোৰ কিমান দাম।

হৰিনাথে এবাৰ মুখমণ্ডল খেপিয়াই চালে। তাৰ পিছত খোকো খোকো কৰি দাড়ি গজা গাল দুখন খেপিয়ালে। আজি প্ৰায় দহ দিন দাড়ি খুৰোৱা নাই হৰিনাথে। আগতে গাৱঁত দাড়ি চুলি কটা বেজ আছিল। তেওঁলোকে ঘৰে গৈ দাড়ি-চুলি কাটি-

ছিল। বিয়াত দৰা-কইনাৰ নথ কামাইছিল। মাক-বাপেক মৰা কাজত পুতেকইঁতক মুৰ খুৰাইছিল আৰু বিনিময়ত বছৰেকত দুবাৰকৈ ধান নিছিল। এতিয়া গাওঁত বেজ নাই। ধানো নাই। যাৰ নাই ধান, তাৰ নাই মান। এতিয়া কাগজৰ নোট বাঢ়িছে। বস্তু কমিছে। মানুহ এতিয়া নোটৰ দাস। বেজসকল এতিয়া পইচাৰ আশাত পীৰা পাৰি হাটত বহে। গাওঁৰ মানুহেও দাড়ি-চুলি কাটিবলৈ হাট বজাৰলৈ ঢাপলি মেলে। কেইটামান দিন ল'ৰাইঁতে স্বাৱলম্বী হৈ দাড়ি-চুলি কাটি, মাছ-কাছ বিক্ৰী কৰি, জোতা পালিচ কৰি ভাৰ কঢ়িয়াই হুলস্থুল এটা কৰিছিল। এতিয়া তাকো গ'ল। কথাবোৰ ভাবি ভাবি হৰিনাথ গ্ৰাহক নহা দুখৰ কথা বহুত সময় পাহৰি তন্দ্ৰা মগ্ন হৈ আছিল।

তেনেতে গ্ৰাহক এজন আহিল। হৰিনাথে চিনি পোৱা গ্ৰাহক। অহল্যাপুৰৰ আনন্দিৰাম। হৰিনাথক মামা বুলি মাতে। আজিও মামা সম্বোধনেৰে সুধিলে: মামা, টেঙাটোৰ দাম। কিমান কৰিছে? ভয়ত বুকুখন ধিপ্ ধিপ্ কৰি উঠিল। সেই ৰাতিপুৱাৰেপৰা ৰখি ৰখি এই প্ৰথম গ্ৰাহক এজন পাইছে। কি দাম কলে গ্ৰাহকজন সন্তুষ্ট হ'ব অৰ্থাৎ ফিৰি নাযাব এই ভয়ত হৰিনাথৰ বুকুখন ঢপ-ঢপাইছিল। জীৱনত অকাৰণত বহুত মানুহে ভয় খাবলগীয়া হয়। হৰিনাথে ভয় দূৰ কৰি প্ৰকৃতিস্থ হ'ল। তেওঁ বুদ্ধি এটা প্ৰয়োগ কৰিলে। আনন্দিৰামৰ পিনে চাই হাঁহি এটা মাৰি কলে: পিতি বহক চোন বহক। বিড়ি এটা উলিয়ালে আৰু আনন্দিৰামৰ ফালে বিড়িটো আগবঢ়াই দি কলে: পিতি বিড়ি খক-চোন। দাম কিবা এটা হ'ব বাৰ্। কিন্তু টেঙাটো বৰ ভাল। খুব ভাল জাত। টপ টপ কৰে ৰস। ৰঙা জিখা। আনন্দিৰাম: কিন্তু মাথা টেঙাটো পচিছে নেকি?—ৰংটোচোন কেনে হৈছে?

হৰিনাথ: পিতি পচা নাই। ছাৰা দিনটো বদ খাইছেতো। সেয়ে তেনেকুৱা ৰং ধৰি উঠিছে। তদুপৰি হাকোটাৰ খোচ পৰা কাৰণে অলপ বাহিৰখন ক'লা পৰি উঠিছে; কিন্তু ভিতৰখন অতি সুন্দৰ।

আনন্দিৰাম: মামা, আজি-কালি মানুহে বাহিৰখনহে চায়, ভিতৰখন লাগে যিয়েই ন হওক আপোনাৰ।

হৰিনাথ: পিতি কথাটো আপুনি ঠিকেই ধৰিছে, মানুহে সদায় বাহিৰ ফালটোহে দেখে। বাহিৰত কাপোৰ-কানি পিন্ধি পৰিস্কাৰ হৈ থাকিলে ভাল মানুহ বুলি ভবা হয়। কিন্তু তেনে মানুহৰে পেটটো পচা হ'ব পাৰে।

আনন্দিৰাম: নিশ্চয় মামা।

আমাৰ গাৱঁৰে সেই সুনন্দৰ পুতেকক দেখা নাই নে? কলেজত ছলি পঢ়ুৱাই। ঠেঙা, টাই, চুট মাৰে। কিন্তু ৰাতি হলে বাপুৰে দুই টোপ ধৰি বাটে-ঘাটে চিঞৰ-বাখৰ কৰি মৰে।

হৰিনাথ: পিতি ফাগুন, চ'তৰ ঔ ৰবাব টেঙা বেল, এইবোৰ বৰ মূল্যবান বস্তু। ইয়াক খালে পেটৰ বহু ৰোগ উপশম হয়।

আনন্দিৰামে আঁৰু কথা নবঢ়ালে। হৰিনাথে টেঙাটোৰ আচল দাম কিমান তাক কবলৈ কলে। : পিতি মই দাঢ়ি কেইডাল চাচিব পাৰিলে আৰু দাৰ বেৰি এটা নিব প্যাৰিলেই হ'ল। সেই অনুমান কৰি মোক—দামটো দিয়ক। হৰিনাথে কলে। আনন্দিৰামে অনুমান এটা কৰিলে দাঢ়ি কটা আৰু বেৰি মিলি ৭৫ পইচা মান হব। কিন্তু এইটো ৰবাব টেঙাত ৭৫ পইচা দিয়া অসম্ভৱ কথা। আনন্দিৰামে অলপ হেহো-নেহো কৰিলে। দাম অলপ বেছি হৈছে বুলি কবলৈও টান পাইছে। মানুহটোৰ প্ৰতি আনন্দিৰামৰ অলপ বেথাও উপজিছে। কিয়নো ৰবাব টেঙাটো বিক্ৰী কৰিহে দাঢ়ি কেইডাল কাটিব আৰু সেইটো বিক্ৰী হোৱাৰ আশাত গোটেই দিনটো হাটখনত বহিছে।

ইতিমধ্যে হাটৰ মানুহ পাতল হৈ আহিল। গ্ৰাহকবোৰ প্ৰায়েই গৈছে। আৰু সৰু-সুৰা বেপাৰীবোৰো গৈছে। যি দুই-চাৰি আছে তেওঁলোকেও থৈলা আৰু সিকা বাওকা ওচৰ চপাই টোপোলা বান্ধিবলৈ উপক্ৰম কৰিছে। ইফালে পৃথু নাপিতেও অস্থায়ী চেলুন সামৰিবৰ যো-জা কৰি আৰু কোনোবা গ্ৰাহক আছে

নেকি ইফালে-সিফালে চাই ভিণ্ডি মেলিছে। হৰিনাথ আৰু আনন্দিৰাম দুয়োৰে দৃষ্টি পৃথুৰ ওপৰত পৰিছে। হৰিনাথে চিঞৰ এটি মাৰিলেঃ পৃথুভাই ৰবা, ময়ো দাড়ি চাচিম। আনন্দিৰামে কলেঃ মামা আপুনি দাড়িখিনি খুৰাই আহকচোন আগেয়ে। পৃথু যাব। টেঙাৰ দাম কিবা এটা হব বাৰু। হৰিনাথ পৰম আশ্বস্ত হ'ল। তেওঁ প্ৰায় দৌৰ মৰাৰ দৰেই গৈ পৃথুৰ আগত পীৰাত বহিল। পৃথুৱে হৰিনাথৰ পকা দাড়িত চেঁচা পানী ঢালি কটাৰীখনেৰে ভলুকা বাহৰ শালৰ খুঁটা চচা দিবলৈ ধৰিলে। হৰিনাথে কলেঃ ৰব ধৰিছেহে, কটাৰীখনৰ ধাৰ নাইহে ভাই। পৃথুঃ কটাৰী নহয় দাদি, খুৰ বুলি কবা। হৰিনাথঃ খুৰৰপৰা এৰাইছে ভাই। আজি কিমানৰ চাচিলা? পৃথুৱে খুৰৰ প্ৰসঙ্গটো এৰুৱাই হৰিনাথক সুধিলে বোলে আজি-কালি দাড়ি চুলি কাটিবলৈ নাহাই দেখোন ক'ত কাটা? হৰিনাথে বোলে আপাই ডিমাপুৰত কাম কৰা বাবুজনৰপৰা চিকেন হেন বিলেট পাচখন আনিছিল। তাৰে বাহৰ—চিপনা কৰি পঞ্চাশ দিন খুৰালো। মামৰে ধৰিলে। আৰু নোৱাৰিলো। পৃথুৱে বোলে নাপিতৰ ভাত মাৰিলা দাদি।

আনন্দিৰামে পৃথুক পোন্ধৰ পইচা দিলে। পৃথুৱে বোলে পোন্ধৰ পইচাত নোপোচে আজি-কালি। খুৰৰ বৰ দাম বাঢ়িছে। চিত্ৰ কমাৰে খুৰেই তৈয়াৰ নকৰে আগধন আৰু লোহা নিদিলে। আনন্দিৰামে বোলে এখন খুৰেৰে তোমাৰ দহ বছৰ যায়, চিত্ৰ কমাৰ বুঢ়া হৈ যাব। তোমাৰটো মূলধন একো খটুউৱা নাই চেলুনৰ বাবে, গতিকে লোকচান নহয় দিয়া।

ইয়াৰ পিচত আনন্দিৰামে হৰিনাথক বানেশ্বৰৰ চাহ দোকানলৈ নিলে। ছালিৰ তলৰ চাহ দোকান। গিলাচ আৰু জিলাপী। হাফ্ চিঙ্গেল চাৰি অনা, জিলাপীখনে চাৰি অনা, দুয়ো এক চিঙ্গেল 'চাহ আৰু জিলাপী দুখন ভগাই খালে। বিড়ি হুপিলে। লাহে লাহে বজাৰ ভাঙিল। যাত্ৰাপাৰ্টি শেষ হোৱাৰ পিছত ৰঙাতলী যেনে নীৰৱ হৈ পৰে তেনেকৈ হাটখোলাখনো নীৰৱ হৈ পৰিল।

মাত্র বানেশ্বৰৰ দোকানত শেষ ধাক্কাত মানুহ গোট খাইছে। উদ্দেশ্য জিলাপী কিনা।

হৰিনাথ আৰু আনন্দিৰামো শেষ বন্দৰস্তত উপনীত হ'ল। আনন্দিৰামে ইতিমধ্যে ৰবাব টেঙাটো ছটিৰ মোনাত সোমাইছেই। তেওঁ আকৌ এবাৰ সুধিলেঃ মামা, কিমান দিম? হৰিনাথে বোলে পিতি দাড়ি কাটা পইচা দিলা, চাহ খুৱালা, এতিয়া মইনো কি কম, দাৰ বেৰি এটা লব লাগিছিল, সিয়োতো আজি নহব। গতিকে যি ইচ্ছা দিয়া বাৰু। বিড়িকে এক মুঠি লও। আনন্দিৰামে বোলে মামা মই চাহৰ পইচা নধৰো। দাড়িৰ পইচাও নধৰো। এই আধুলিটো দিলো। হব।

হৰিনাথে মনতে বৰ ৰং পালে। তেওঁৰ মনত পৰম আনন্দ উপজিল। গোটেই দিনটো ৰথাৰ সাৰ্থক হ'ল। ইমান দিনে সাঁচি ৰখা তেওঁৰ ৰবাব টেঙাটোৱে ভাল ফলেই দিলে। এৰা, সাঁচি ৰখা পুৰণি বস্তুৰ সদায় মূল্য বেলেগ।

সান্দহু, বতহু, অৰ্জুনহঁতে বেৰ ঠেলি ঠেলি কৰা সুৰ সুৰীয়া ৰাস্তাৰে আনন্দিৰাম আৰু হৰিনাথে কথা পাতি গৈ থাকিল। দুয়ো গৈ তিনি আলিৰ মুৰ পালে। পূবে যাব হৰিনাথ—আৰু পশ্চিমে আনন্দিৰাম। তেতিয়া আন্ধাৰ ভালকৈয়ে নামিছিল। হৰিনাথে শেষত সুধিলেঃ কিবা নাম প্ৰসঙ্গ আছে নেকি পিতি টেঙাটো যে কিনিলা? আনন্দিৰামে বোলে মামা নাম প্ৰসঙ্গনো কেনেকৈ পাতিবা? টকা-পইচাৰ বৰ টান। যোৱা বেলি সেই ল'ৰাটিৰ ডসদাল গাঠি দিলোঁ নহয়, তাৰে আপোনাৰ সেই বোৱাৰী-জনীৰ সাত মাহ। পৰিবাৰে আজি কেবাদিনো কলে বোৱাৰী-জনীয়ে ৰবাব টেঙা এটা খাব খোজে। হাটে পাতে গৈ বিচাৰিনো নাপে কেলেই? সেই বুলিহে টেঙাটো কিনিলো মাথা। গৰ্ভৱতী তিৰোতাই যি খাবলৈ ইচ্ছা কৰে তাকে দিব পাৰিলে ভাল। পিছে, আমিনো আৰু কি খুৱাম। দেশত মাছ, গাখীৰ, ফল-ফকাৰ একো পাবলৈকে নাইকীয়া হ'ল।

আন্ধাৰ গাঢ় হৈ আহিল। হৰিনাথে বিদায় ললে। দুয়ো-দুই মুখে আন্ধাৰত বিলীন হৈ গ'ল। হৰিনাথে সোনকালে ঘৰ পালে।

তেতিয়া ঘৰত চাকিৰ পোহৰ দেখা গৈছিল। হৰিনাথে কাহ এটা মাৰি জপনা খুলি সোমাই গ'ল। দাড়ি খুৰোৱা মুখখন আকৌ এবাৰ খেপিয়াই চালে। দাড়িয়ে আকৌ পাৰৰ নোম গজা দিলেই।

জপনা খুলি চোঁতাল পোৱাৰ লগে লগেই পুতেক কানুকান্তই কৈ উঠিল: হেৰি অ' পিতাই, তই সেই ৰবাৰ টেঙাটো বিক্ৰী কৰিলি গৈ? তেওঁ খাবলৈ ইচ্ছা কৰিছিল। কেবাদিনো টেঙাটো চাই আছিল। তই সেই বৰেৰ পুৰাই ( বোৱাৰী পুৱাতে ) টেঙাটোহে নি বেচিব পাৰিলি।

হৰিনাথৰ খং উঠিছিল। আজি দহ-বাৰ দিন দাড়ি খুৰোৱা নাই। এক মুঠা বিড়িৰে পাচ দিন খাই আছো, হাটত বহি একাপ চাহ খাবলৈ পোৱা নাই। এইবোৰৰ খবৰ পুত্ৰ হৈ তই কৰিছনে? কিন্তু খংটো নেদেখুৱালে হৰিনাথে। আনন্দিৰামৰ কথা মনত পৰি হৰিনাথৰ মনটো বৰ বেয়া লাগি গ'ল। তেওঁ বোৱাৰীয়েকৰ সাত মাহত টেঙা এটা খুৱাবৰ কাৰণে হাট-বজাৰ বিচাৰিও ইয়াক নি দিলে; অথচ হৰিনাথে ঘৰৰ টেঙা এটি ঘৰৰ বোৱাৰীয়েকৰ মুখৰ-পৰা কাঢ়ি নি বজাৰত বিক্ৰী কৰিলে। বৰ অপৰাধ বোধ কৰিলে তেওঁ।

তেওঁ পুতেকক লাহেকৈ কলে: হেৰি অ' দাড়ি কেইডালে বৰকৈ খজুৱাই থাকে। আজি বহুদিন কটা নাই। সেইটো বেচি কেইডাল পেলাই আহিলো অ' পইচাৰেই বৰ টান পৰিছে নহয়। আঠ অনা মোৰ হাতত বৈছে। শুক্ৰবাৰৰ হাটৰপৰা এপোৱা তেঁতেলীকে আনি দিম দেই। দুখ কৰিব নেলাগে।

কানুকান্তই একো নাথাতিলে। বোৱাৰীয়েক ভানুমতীয়ে লাজতে ভিতৰলৈ সোমাই গ'ল।

হৰিনাথৰ সিদিনা গোটেই ৰাতি টোপনি নাহিল। আনন্দিৰামে কিনি নিয়া ৰবাব টেঙাটো আৰু ৰবাব টেঙাটোৰ মান ডাঙৰ বোৱাৰীয়েকৰ পেটটো বাৰে বাৰে চকুৰ আগত ভাঁহি উঠিল। আনন্দিৰামৰ ঘৰ ওচৰতে হোৱা হলে এক ফাল আনি এতিয়াই যেন বোৱাৰীয়েকৰ হাতত তুলি দিব।

* * *

# অৱশেষত বৰষুণ

কোনো চিঠিপত্ৰ নিদিয়াকৈয়ে ককাইদেউ আৰু নবৌ ওলালহি। খাওঁ খাওঁ মূৰ্ত্তি ধৰি অহা ভৰ দুপৰীয়াৰ ৰ'দ। তাতে আমাৰ এই অঞ্চলটোত পানীৰ বৰ অভাৱ। ফাগুন-চ'ত মাহতে নদী-নাদ, নাদ, পুখুৰী আদিৰ পানী শুকাই শালিকাৰ মুখ মেল খায়। গৰমত মানুহে ছাটি-ফুটি মৰে। সকলোৱে কেৱল বৰষুণৰ বাবেই আশা কৰি ৰৈ থাকে। এটুপি বৰষুণ পৰিলেও যেন পৃথিৱী জুৰ পৰে। এনে এটা দিনতে ককাইদেউ আহি ওলাল। নবৌ-ককাইদেউ দুই, লগত তিনি, সৰ্ব্বমুঠ পাঁচ।

দশমীৰ মূৰ ঘূৰি গ'ল। হওতে নিজৰে ককায়েক বৌৱেক, আনন্দত অধীৰ হ'ব লাগিছিল। নহা আলহী, আপোন কুটুম আহিছে, ইয়াতকৈ আনন্দৰ কথা একোৱেই হ'ব নোৱাৰে। অথচ দশমীৰ ক্ষেত্ৰত তাৰ সম্পূৰ্ণ বিপৰীত। তেওঁলোকক বহিবলৈ দি আমি দুয়োটা ভিতৰলৈ সোমাই গলো।

দশমীয়ে ফুচফুচাই ক'লে ঃ পাইছেনে এতিয়া মজা? এতিয়া নাক-কাণ চব কটা যাব। মই সদায়েই কৈ থাকো বোলো ঘৰখনত অলপ বস্তু মজুত ৰাখিব লাগে। বিপদে-আপদে লাগে। মুঠেই মন-কাণেই নাই। মোৰ এতিয়া লাজটো লুকাবৰেই ঠাই নাই।

ঃ মনে মনে থাকাচোন। মই যোগাৰ কৰিম নহয়। তুমি চাহৰ পানী তুলি দিয়া। মই তেওঁলোকৰ লগত বহোগৈ। অ' শুনা, তুমি এবাৰ মাত লগাই খবৰ-বাতৰি সুধি আহাগৈ।' মই ক'লো।

ককাইদেউ আৰু নবৌ আমাৰ পত্নী দশমী বালা দাসৰ জেঠায়েকৰ ল'ৰা আৰু তেখেতৰ পত্নী। হাউলীত ঘৰ। কদৈগুৰি হাইস্কুলৰ শিক্ষক। দুটি কাম হাতত লৈ আমি বসতি কৰা এই নগৰত প্ৰবেশ কৰিছে। এটি স্কুল পৰিদৰ্শকৰ কাৰ্য্যালয়ত কাম আৰু আনটি পৰিয়ালবৰ্গক চিৰিয়াখানাকে ধৰি ভূগোলত দিয়া কি,

কত, কিয় বিখ্যাত আদি ঠাইবোৰ দৰ্শন কৰোৱা। এইবোৰ উদ্দেশ্যকে লৈ আহি আমাৰ ঘৰ ওলাইছেহি। দশমী মাহীয়েকৰ জীয়েক-ভনীয়েক। ইয়ালৈ নাহি কলৈ যাব। বিয়াৰ পিছতে যেতিয়া আঠ মঙলা খাবলৈ গৈছিলো—তেতিয়া দশমীয়ে তেওঁৰ মিতিৰ কুটুম্ববোৰৰ লগত চিনাকি কৰি দিছিল। তাৰে মাজত আজি অহা এই জীৱেশ্বৰ ককাইদেৱো এজন। তেতিয়া কৈছিলো : যাবচোন, যাব কেতিয়াবা, ফুৰিবলৈ যাব। অহা-যোৱা কৰিলেহে মিতিৰ-কুটুমৰ চিন থাকে ইত্যাদি। ককাইদেৱে কৈছিল : যাম, যাম। কেতিয়াবা গৈ আমনি লগাম।" আজি আহিছে। দশমীৰ মুখ শুকাই গৈছে।

কাপোৰযোৰ সলাই দশমীয়ে মাত লগালেহি। আই ঐ ককাইদেউ, অত বছৰৰ মূৰত আজিনো কেনেকৈ বাট চিনি পালে ?"

মই ক'লো : হয় হয় আজি বহুত দিন অহা নাছিলে ককাইদেৱে।

: "বহুত দিন মানে এদিনো অহা নাই মোৰ বিয়াৰ পিছত ?" দশমীয়ে ক'লে। তাৰ পিছত ঘৰৰ খবৰ-বাতৰি ল'ৰা-ছোৱালীৰ হিচাপ। স্বাস্থ্যপাতিৰ পৰিৱৰ্ত্তন, অহাৰ উদ্দেশ্য, বাটত পোৱা কষ্ট ইত্যাদিৰ বিষয়ৰ ওপৰত আলোচনাৰ বাট মুকলি কৰি দি মই পুলুকা মাৰি দোকানৰপৰা চানাভাজা আৰু শুকান বিস্কুট আনি পাক ঘৰত থৈ পুনৰ ড্ৰয়িং ৰুমত প্ৰৱেশ কৰিলো। সাধাৰণভাৱে তেওঁলোকক শুশ্ৰূষা কৰা হ'ল। আবেলি ফুৰিবলৈ ওলাল। দশমীকো লগ ধৰিছিল। কিন্তু তেওঁ নগ'ল। মই ক'লো : তেওঁক নিব নালাগে। আপোনালোকেই ওচৰৰখিনি চাই আহকগৈ। সোনকালে ঘূৰিব। আজি-কালি চহৰৰ হাৱা বৰ বেয়া।

তেওঁলোক গ'ল।

তেওঁলোক যোৱাৰ পিছত ছোৱালীকেইটিক খুৱাই দশমীয়ে গাটো ধুলে। টাবৰ পানীও কমি গৈছে। এই গৰমত আচলতে তেওঁ কেবা বাল্টিও পানী ঢালিব লাগিছিল। গৰমত গাটোত ঘামাচি ওলাই তেল চিকটি লগা গাঁৰুৰ দৰে হৈছে। খাদ্যৰ কেলৰিৰ

অভাৱত শৰীৰটো-মৰা কল গছৰ দৰে হৈছে। তথাপিতো কোনো দিনেই তেওঁ নিজৰ সুখৰ কাৰণে মোৰ ওচৰত আপত্তি দৰ্শোৱা নাই। নাইচিল পাউদাৰৰ সলনি ঘামচি মাৰিবলৈ গাত নেমুৰ বাকলি ঘহিছে। কিন্‌কিনিয়া ৰবৰুণত ব্লাউজটো খুলি বুকুখন চাদৰেৰে ঢাকি পিঠি পাত্তি দি ঘামচি তল পেলাইছে। অতিপাত গৰমত পাটীৰ সলনি মাটিতে বাগৰিছে। শুভেন্দু বনানিহঁতৰ দৰে গৰমত গ'ল্ড স্পট, কোৱালিটি আইচ ক্রীম আৰু ডাবৰ পানী আদি নাখায়, নেমুৰ চৰবতকে খাইছে। তথাপিয়ো কোনো দিনেই আপত্তি দৰ্শোৱা নাই অথবা অসুখী হোৱা নাই। মাথোন ঘৰখনত আলহী অতিথিৰ কাৰণে অলপ খাদ্যৰ যোগাৰ আৰু ল'ৰা-ছোৱালী কেইটিৰ কাৰণে খোৱা পিন্ধাখিনিৰ হিচাপ থাকিলেই তেওঁ সুখী। কিন্তু আমি এই খিনিকেঁই ঠিকমতে ৰাখিব পৰা নাই। মোৰ সাতজনীয়া পৰিয়াল। অসুখী পৰিয়ালৰ শাৰীত পৰিছো। চৰকাৰৰ মতে সুখী পৰিয়াল হ'ল যাৰ দুটি মাথোন সন্তান। আমাৰ ল'ৰা-সন্তানৰ আশা কৰোঁতে কৰোঁতে পাঁচটি কন্যা সন্তানৰ পিতৃ হ'লোৱেই। অপাৰেচন কৰা নাই। আৰু বা কি আছে! ছোৱালী কেইজনী ডাঙৰ হৈছেই। সিহঁতক স্নো, পাউদাৰ, স্কাৰ্ট, চেন্দেল, ৰিবন, লিপ্‌ষ্টিক, নেইল পালিচ, হেয়াৰ পিন, ফ্রক, জাঙ্গিয়া, ৰুমাল, কিতাপ, কাগজ, পেন, পেঞ্চিল, ৰবৰ, জ্যামিতি বক্স, স্কেল, চিয়াঁহী, বেগ ইত্যাদি বস্তু সততে লাগে। আমাক লাগে চাহপাত, চেনি, তামোল-পান, ডাইল, মিঠাতেল, নিমখ, আলু-পিঁয়াজ, আদা, শাক-পাচলি, মছলাদি, খৰি, কেৰাচিন, নাৰিকল তেল, আটা, ডালডা ইত্যাদি অপৰিহাৰ্য্য বস্তুখিনি। তদুপৰি আমাৰ দুটাৰ কাপোৰ কানি আছেই! মোৰ দৰে সাতশ তেত্রিশ টকা দৰ্মহা পোৱা মানুহ এজনে উনৈশ'শ চৌৰাশী চনৰ বস্তুৰ মূল্য তালিকাৰ আহিত তিষ্ঠিব পাৰেনে? এইবোৰ কথা চিন্তা কৰি কৰিয়েই দশমীয়ে বৰ দুখ কৰি থাকে। মানুহজনী ক্ষীণাই গৈছে। সিদিনা "ঘৰ সংসাৰ" নামৰ চিনেমাখন চাই কান্দি দিছিল দশমীয়ে। কিয়নো তেওঁৰ ভাগ্যত

সদায়ে তেনে হয়। ভাত আঞ্জা মোক আৰু ছোৱালী কেইটিক দিওঁতে দিওঁতে শেষ হ'লে নিজে চক কৰি অলপমান মুখত দি ঘট্‌ঘট্‌কৈ পানী খাই পেট ভৰায়। এদিন হিতেশ ডেকা চাৰ আহোঁতে কৈছিল: "হাগি খাই, খাই মূতে। তাক নাপায় যমদূতে।" সেই কথাটো বেছ মনত ৰাখিছে। খায়েই মূতে। মূতিলেই ওলাই যায়। আৰু ভোক লাগে। তামোলখন ঘন্ ঘনকৈ খাইছিল। তাৰো এতিয়া বিশ পইচা এটুকুৰাত। আগতে এটা তামোলৰ চাৰিখন কৰিছিল দোকানীহঁতে। আজি-কালি পাঁচখন কৰে। গতিকে তাকো ঘন ঘনকৈ খোৱাৰ মূদা মৰিল। মই বিড়ি ছুপি কটাও। বিড়িত লাভ। একেটা বিড়িকে ছুবাৰ খাব পাৰি। মুঠতে দশমী মহা জঞ্জালত পৰি গৈছে।

ঃ মানুহটো দেখোন থম থম কৰে বহি থাকিল। বজাৰখিনি কৰি আনকগৈ।" দশমীৰ মাতত সম্বিত ফিৰি আহিল। মই কলো: "এৰা, মোক মোনাখন দিয়া আৰু টকা কি আছে চোৱা। ফৰ্দ্দিখনো লিখা।" তেওঁ ক'লে ফৰ্দ্দিত লিখিবলগীয়া একোৱেই নাই।

ঃ মানে?

ঃ মানে ঘৰত একোৱেই নাই। গতিকে ফৰ্দ্দিৰ কি আৱশ্যক? ছুই-এপদ বস্তু লাগিলেহে মানুহে ফৰ্দ্দি লিখে। কথাটো হয়, একোৱেই নাই যেতিয়া ফৰ্দ্দি লিখি লাভ নাই।

দশমীয়ে টকা কুৰিটা উলিয়াই দিলে। মই বোলো কুৰি টকাত মিঠাতেল, দাইল, আলু, পিঁয়াজ, আদা, নহৰু, জলকীয়া, নিমখ, খৰি, পাচলি, মাছ, মছলা, তামোল-পান, বিলাহী, নেমু, হালধি, চেনি, চাহপাত, বিস্কুট আদি কুৰিবিধ বস্তু ক'ত পাবা? তেওঁ বোলে নাপালে মই ক'ত মৰিম? মোৰ তাত যিখিনি থৈছিল সেইখিনিকে উলিয়াই দিছোঁ। উপায় মোৰো নাই। মাহৰ শেষ। চাকৰি কৰা মানুহৰ মাহৰ শেষৰকালে বৰ টান। বেপাৰীৰ কথা বেলেগ। ৰাতিপুৱা দোকানখন খুলি বহিলেই আহিল টকা। আৰু ৰাহিৰা

পইচা পোৱা চাকৰিৰ কথাও বেলেগ। দেউকন বৰুৱা, জীউধন কলিতা, গহীন কাকতীহঁতে সাধাৰণ চাকৰী কৰে, কিন্তু সদায় বাহিৰা পইচা পায় কাৰণে ধুমধাম বজাৰ কৰে। আমাৰ হিচাপৰ উপৰি হিচাপ। সেই হিচাপৰ অলপ ব্যতিক্ৰম হ'লেই টান। গোবিন্দৰ দোকানত কিবাকিবি বাকী কৰি কুৰি টকাৰেই বজাৰ কৰিলোঁ। সৰু সৰু কিবা এবিধ খেইৰালা জাতীয় মাছ আনিলোঁ। বগা সৰিয়হেৰে চৰচৰি খাবলৈ বৰ ভাল বুলি ঘৈণীৰ লগত লেকচাৰ মাৰিলোঁ। তেওঁলোক আহি নৌ পাওঁতেই স্ত্ৰীক বন্ধা-বঢ়াৰ পৰামৰ্শ দি বিড়ি হুপি বহি থাকিলো। তেওঁলোক ঘূৰি আহোঁতে পলম কৰিলে। টাউনত ঘূৰিফুৰি চাগৈ বৰ ভাল পাইছে। গাৱঁৰ মানুহে চহৰৰ কৃত্ৰিম সৌন্দৰ্য্য চাবলৈ বৰ ভাল পায়। পকা ঘৰ, দুৱাৰ, আলি, ফুলনিকৈইখন দেখি নেদেখা বস্তু দেখা যেন অনুভৱ কৰে। সেয়াই মানুহৰ হেপাহ!

ঘূৰি-ফুৰি তেওঁলোক আহিল। মুখ-হাত ধুবলৈ পানী-তুনি আগ বঢ়াই দিলোঁ। কলৈ কলৈ গ'ল খবৰ ললোঁ। তাৰ পিছত দশমীয়ে ভাত দিলেই। খাবলৈ বহি সৌজন্যতাৰ খাতিৰতে এবাৰ ক'লো: সুদা ভাতহে খুৱালো। বজাৰত মাছ-পুঠি একো পাবলৈকে নাই। নবৌৱে তপৰাই ক'লে: বজাৰ এখনত সোমাইছিলো, বাপ্‌ৰে বাপ্‌ কিমান যে ডাঙৰ ডাঙৰ মাছ ওলাইছে দেখিলেই ভাল লাগে।" ককাইদেৱে ক'লে: মাছটো আছেই, কিন্তু দাম কিমান সেইবোৰ মাছৰ, এক কিলোৰ দাম কমেও পঞ্চাশ টকা হ'ব।" মই লাজতে জলকীয়াৰে মুখ ঢাকিলো। মানে খুব লাজ লগা পাকত পৰিলে জলকীয়াই খাই দিব লাগে। মই তেনে কৰিলো, নাকে-মুখে পানী ওলাল। কলো: "সেইবোৰ মাছ আমাৰ দৰে লোকে খাব কেনেকৈ? একোটাতে দুশ, আঢ়ৈ'শ মান মূল্য হ'ব।" পোনা মাছেৰে হ'লেও দশমীয়ে ভালেই ৰান্ধিছিল। কিন্তু ককাইদেউহঁতে ভাল নাপালে হবলা, এবাৰো সোৱাদ নৰখানিলে।

পিছদিনা ৰাতিপুৱাও দশমীয়ে ভাত-পানী ৰান্ধিলে। মই আৰু

ককাইদেউ দুয়ো খালো। মই কামলৈ যাবলৈ ওলালো। ককাই-দেৱে ক'লে : মই আই এছ অফিচলৈ যাম। তাৰপৰা যাম ডি আই অফিচলৈ। মই কায়দা কৰি সুধিলো : এই দুই অফিচত কাম কৰি আজিতো ঘূৰিবলৈ সময় নহ'ব চাগে। ককাইদেৱে ক'লে : আজি আৰু ক'ত যোৱা হ'ব। আহিছো যেতিয়া একেবাৰে শোধনাগাৰ, চিৰিয়াখানা আৰু দলংখনো দেখুৱাই লৈ যাওঁ। তীৰ্থস্থান কেই-খনো দৰ্শন কৰি যাওঁ...। মই ক'লো : হয়, হয় বৰ ভাল হ'ব।

চেগ চাই দশমীয়ে মোক ফুচফুচাই ক'লে : "শুনিলে, আজিতো নাযায়েই, কাইলে-পৰহিলৈও থাকিব। আপুনি কাৰোবাৰপৰা ধাৰ কৰি হ'লেও এশ মান টকা আনিব।" মই একো নামাতি ওলাই গলো। তামোল ছালি খাই নবৌইঁতক দিহা-পৰামৰ্শ দি ককাইদেৱো গ'ল।

মই ক'ৰোপৰা টকা ধাৰলৈ নাপালোঁ।

ককাইদেউইঁতে এদিন দুদিনকৈ মুঠ চাৰিদিন থাকিল। গৰমত দশমীৰ অৱস্থা পানীত হাঁহ নচৰাৰ দৰে হ'ল।

গৰম্ আৰু অতি খৰাং। সকলো মানুহ গৰমত চটফটাই আছে। এজাক বৰষুণ আহিলেই সকলোৱে ভাল পাব। অতি শীতত মানুহে সূৰ্য্যৰ কিৰণখিনিক যেনেকৈ আশা কৰে, অতি গৰমত এজাক বৰষুণ বা শীতল বতাহ আশা কৰে। ৰন্ধা-বঢ়া কৰোতে দশমীৰ গাৰে ঘামৰ জোল-বৈ গৈছে। গাত পানী ঢালিছে। তিতা কাপোৰ পিন্ধিয়েই মাটিত বাগৰিছে। কিন্তু তেওঁ গৰমত বৰ নোৱাৰি বুলি এবাৰো অভিযোগ কৰা নাই। আমাৰ দুয়োৰো একেটাই চিন্তা। ককাইদেউইঁত কোন দিনা যায়! নহলে আমি বৰ ভাগৰি পৰিছো। অৱস হৈ পৰিছো। লাজ ৰক্ষা কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিলেও মানুহৰ ভাগৰ লাগে। বৰ ভাগৰ!

চতুৰ্থ দিনৰ দিনা ৰাতি ককাইদেৱে কলে : কাইলৈ আমি যাম বুলি ভাবিছো। কাম একোৱেই নহল। এই চহৰৰ অফিচবোৰৰ-পৰা কাম কৰি নিয়া বৰ টান। তলৰ পিয়ন চকিদাৰৰপৰা কেৰানী-

ঘিৰয়ালৈকে সকলোৱে মেৰপাক হ'ল। একেটাই। পইচা লাগে। পইচা দি কাম কৰাত নাই। আমি বিদেশী খেদিবলৈ আন্দোলন কৰিছো—স্বদেশীবিলাক আমাৰ আপোন মানুহ-বুলিছে। পিছে স্বদেশী মানুহেই আমাৰ পইচা খোজে।" মই কলো: ককাইদেউ আমাৰ মানুহবোৰ বৰ বেয়া হবলৈ ধৰিছে। অলপ পইচা ধাৰলৈ ললেও সুত বিচাৰে। —আপুনি এদিন-দুদিনত কোনো কামেই কৰিব নোৱাৰে। মাজে মাজে আহি কাম কৰি যাব।

নবৌৱে মাত দিলে বোলে আহিছো যেতিয়া এখন অসমীয়া চিনেমাকে চাই যাওঁ। কাইলৈ থাকিম। পৰহিলৈ যাম। ককাইদেৱে নামাতিলে। মইতো মতাৰ ঠায়েই নাই। দশমীৰো মনটো মৰি গ'ল।

আমি জীৱনত বহুতো অশোভনীয় কথাটো মাত-মাতিব নোৱাৰো। সকলো কথাতে সকলো মনৰ ভাব প্ৰকাশ কৰিব নোৱাৰি।

ককাইদেৱে অৱশ্যে কলে: এই গৰমত কেনেকৈ চিনেমা চাবাহে? যাওগৈ ব'লা। নবৌৱে কলে: "গৰম দিনত গৰম হবই। গৰম বুলি চিনেমা হ'লবোৰ কিবা বন্ধ ৰাখিছেনে?" দেখিলা নবৌৰ বুদ্ধি আছে। মুখেৰে বেছি কথা নপতা মানুহৰ বুদ্ধি বেছিয়েই।

পিছদিনা দেখিলো আকাশত মেঘ উঠিছে। সকলোৰে মনত আনন্দ। প্ৰকৃতিৰ দুৰ্যোগৰ ওপৰত মানুহৰ হাত নাই। কিন্তু প্ৰকৃতিৰ মানুহৰ প্ৰতি অলপ দয়াও আছে। অতিপাত গৰমত বৰষুণ দি, অতিপাত শীতত ৰ'দ দি মানুহৰ পৰাণ তাপিত কৰে।

গধূলিলৈ মেঘ ডাঠ হৈ আহিল। কিন্তু বৰষুণ পৰা নাই। নবৌহঁত ডাঠ মেঘ ধুৰত লৈয়ে চিনেমা এখন চাই আহিল। ৰাতি আহিয়েই শুলে। ৰুটি-তৰকাৰী খাই শুই থাকিল। ভাত নাখালে।

ৰাতিপুৱা দেখিলোঁ আকাশ অতি ডাঠ মেঘে ঢাকি পেলাইছে।

ক'লা মেঘ। অলপ পাছতে পৃথিৱীত বৰষুণ পৰিব। বাৰুনী, খেতিয়ক, ভেঁকুলী সকলোৰে মহা আনন্দ।

কিন্তু দশমীৰ মনত বৰ দুখ। তেওঁক বৰষুণ নালাগে। যিজনী তিৰোতাই গৰমত ছাটি-ফুটি কৰি মৰে, "এই গৰমত মৰ বৰষুণ এজ্যাকো নাহে" বুলি গালি পাৰে। তেওঁক আজি বৰষুণ নালাগে। তেওঁ গা-পা ধুই আহি গোসাঁই থাপনাত মাটিৰ চাকি এগছি দি প্ৰাৰ্থনা কৰিলে: হে প্ৰভু! আজিৰ দিনটো তুমি ৰক্ষা কৰা। আৰু দু-ঘণ্টা সময় বৰষুণ নিদিবা প্ৰভু! কাবৌ কৰিছোঁ ঈশ্বৰ! হে নাথ, নাথৱন্ত!

আকাশত মেঘে গাৰ্জনি মাৰিলে। কাপোৰ-কানি পিন্ধি যাবলৈ ওলোৱা ককাইদেউ-নবৌহঁতে আকাশৰ পিনে মুখ তুলি চাই কলে: খুব ডাঙৰ বৰষুণ আহিব। আজি আৰু যোৱা নহব, বাটতে তিতিব লাগিব। তেওঁলোকে কাপোৰ-কানি খুলিলে।—

অলপ পাছতে গিৰ্-গিৰকৈ বৰষুণ পৰিল।

ভিতৰৰ কোঠাত দশমীৰ চকুৰপৰাও গিৰ্-গিৰ্কৈ পানী পৰিছিল। মই কলো: তেওঁলোকে দেখিলে কিবাখন ভাবিব। কিবা এটা উপায় কৰিম দিয়া।

খুউব সতৰ্কতাৰে দশমীয়ে বৰষুণৰ পানীৰে চকুৰ পানীখিনি ধুই পেলালে।



## ॥ বাকী কেইদিন মেডিকেলত ॥

ফেব্ৰুৱাৰীৰ ষোল দিন। উনৈশ শ তিৰাশী চন। অসমৰ নিৰ্বাচনৰ কথা। প্ৰকৃতিৰ বতৰ বৰ ফৰকালেই আছিল। বসন্ত-কাল গছে পাতে নৰূপ। কিন্তু ৰাজনীতিৰ বতৰ ঘনমেঘে ঢকা। ঠিক পাঁচ তাৰিখৰপৰা আকাশত মেঘে দেখা দিছিল। সৰ্বাত্মক অসহযোগৰ—আহ্বান আছিল। মুঠ ওঠৰ দিন অফিচলৈ যাব নালাগে। বৰ ভালেই লাগিছিল। খাবলৈ নোজোৰা চাকৰি কৰি চাই চাই এতিয়া আমনি লাগিল। তিনিশ পয়ষষ্ঠী দিনত মাত্ৰ পোন্ধৰ দিন ছুটী। আকৌ পলমকৈ গ'লে তিনিদিনত কাটে এদিনৰ ছুটী। মূৰ দাঙিব নোৱাৰা কাম। দৰমহাখিনি পাওঁ পাওঁ বুলি ভাবি থকাটোতে যি আনন্দ। পাবৰ দিনা বৰ দুখ। কাৰণ পালেই শেষ। কিন্তু যোৱা চাৰি বছৰে আমাক বৰ আৰাম দিলে। এদিন ছুটি লব খুজিলে মৰি যাব খোজা অফিচখনে অত দিন অফিচ বন্ধ থকা সত্ত্বেও মৰিব পৰা নাই। এই সময়ত ছুটী মোক লাগেই। শ্ৰীমতীৰ ডেলিভাৰীৰ টাইম।

খানা-পিনা: প্ৰথমতে কেইদিন মান ভালেই লাগিছিল। আৰাম, আৰাম কেৱল আৰাম। খোৱা, শোৱা আৰু পঢ়া কাম। দৈনিক বাতৰি, সাপ্তাহিক আলোচনী, তিনিদিনীয়া একো বাদ নাই। ইংৰাজী, বঙালী আৰু অসমীয়া এই তিনিওটা ভাষাৰে পঢ়া হৈছে। কেৱল নিৰ্বাচনৰ খবৰ। অসমৰ খবৰ। পঢ়াৰ পিচত মন্তব্য। ভৱিষ্যতবাণী। সাৰমৰ্ম। এইবোৰ চলে। লাহে লাহে আমনি লগা হ'ল আৰামখিনি। কিয়নো খানা-পিনা বৰ বেয়া চলিল। মাছ, মাংস, কণী বজাৰত নাই। আনকি শাক-পাচলিও নোহোৱা হৈ গ'ল। শুকান বন্ধা কবি, খাৰুৱা বেঙেনাৰ কিলোত পাঁচ টকা হ'ল। পানৰ মুঠি এটকা। ভাজি দাইল আৰু ভাত। আমনি লাগিল। বন্ধু-বান্ধৱৰ লগত বহি দেশৰ পৰিস্থিতিৰ আলোচনাই

আগভাগ লগে। সবৰে একে কথা, নাই ভাই—দাইল ভাত খাই খাই আমনি লাগিল। পিছে দণ্ডিৰামৰ এক ধমকনিত খানা-পিনাৰ কথা তল পৰিল। —"মানুহ মৰিব ধৰিছে পলোৱাৰ চিন্তাত। আপোনালোকে মৰে খানা-পিনাৰ চিন্তাত।" এৰা, মোৰ দুয়োটাৰে প্ৰয়োজন। এই সময়ত খানা-পিনাও ভাল হ'ব লাগে। দৰকাৰ হলে পলাবও লাগিব।

পলোৱাৰ চিন্তা: ঘৰৰপৰা আঁতৰি থকা আৰু পলোৱা দুটা সম্পূৰ্ণ বেলেগ বস্তু। আচলতে মানুহে চোৰ কৰি ডকাইতি কৰি, হত্যা কৰি, প্ৰেমত পৰি, ক্লাছ কৰিবলৈ ইচ্ছা নকৰি, অফিচৰপৰা পিচবেলা, সভা-সমিতি আমনি লগা বক্তৃতা শুনিবলৈ ইচ্ছা নকৰি পলায়। আমি এইবোৰৰপৰা এটাতো পলাবলগীয়া হোৱা নাই। সেই কাৰণে ঘৰৰপৰা আঁতৰি থকা কথাটোহে আমাৰ ক্ষেত্ৰত প্ৰযোজ্য হ'ব। কাৰ ভয়ত পলাম। কোনোবা ৰজা হ'ব। কোনোবা সেনাপতি হ'ব—আমাৰ কি আহে-যায়। কষ্ট কৰি পঢ়ি পঢ়ি শিক্ষা-দীক্ষা লৈছোঁ। কিনো পাইছোঁ? তথাপিতো পাপৰ-পৰা আঁতৰি থকা জ্ঞানীৰ কাম। কিন্তু আঁতৰি যাওঁ ক'লৈ? 'বোলো য'তে যাওঁ বুবী—'ততে বোবা কোবি!' ক'ত লুকাও? ফুকন, শৰ্মা; চৌধুৰী, দাস, হাজৰিকা, দত্ত, বসুমতাৰী, ডেকা, কাকতি, বৰুৱা, কলিতা, ভাগৱতী সাউদ সবৰে একেই চিন্তা। গতিকে "ফাট দিয়া বসুমতী পাতালে লুকাওঁ" কৰিলোঁ। কোমল বিচনাত শুই শুই আৰাম কৰা দেহাটো হাবি জংগলৰ মাজত মাটিত গাত কৰি শুব লগা হোৱাত নিদ্ৰাদেৱীয়ে চকুৰ লগত সখী নাপাতেই। পিছে নাহিল, সিহঁত নাহিল। টকা খৰচ হ'ব বুলিয়েই নাহিল চাগে। তেওঁ বৰ ভাল পালে। মোক যে নিবলৈ নাহিল। এনে অৱস্থাত তেওঁক অকলশৰীয়া কৰি এৰি যোৱা বৰ টান!

জুই, জুই, কেৱল জুই: তেতিয়া অসমৰ মানুহে সন্ধ্যাৰ সাজ খোৱাৰ সময়। কোনোৱে ভাতৰ পাতত বহিছে, কোনোৱে বহিব আৰু হাত-পাত ধুই লৈছে—তেনেতে আৰ্তনাদ, চিঞৰ-বাখৰ—অ'

খুৰা আমাৰ জ্বলাই দিলে ঐ অ' ভাইহঁত মোক ৰক্ষা কৰ ঐ, ঐ-চালাহঁত—আহবে আগুন লগাই দিছোঁ তুৰ ঘৰে, ইত্যাদি ইত্যাদি। জুইৰ ৰক্ত সদৃশ ৰঙা পোহৰে আকাশ ছানি পেলালে। লেলিহান শিখাই তেজ পানী কৰি সজা ঘৰ-দুৱাৰ, সম্পত্তি পুৰি ছাই কৰি দিলে। মানুহ ভয়ত পেপুৱা লাগিল। কন্দা-কটা, দৌৰা-দৌৰী এটা ভয়াবহ পৰিস্থিতিৰ সৃষ্টি হ'ল। পুৰুষবিলাকে জুই নুমাবলৈ পানীতোলা, কলগছ কটা বোকা পানী অনা ইত্যাদি কামত ব্যস্ত হ'ল। নাৰীসকলেও স্ব স্ব গৃহত পানী ছটিয়ালে। ভয়াতুৰা-সকলে বাকচৰ ভিতৰত, পালেঙৰ তলত লুকাল। ভয়ত কাৰো মুখ-বিবৰ্ণ হ'ল। কোনেও হৰিনাম চিন্তিলে, কোনোৱে দুৰ্বৃত্ত-হঁতক গালি পাৰিলে। কোনোৱে মূৰ আচন্দ্ৰাই কৰি মাটিত পৰি থাকিল। মূৰত তেল-পানী দিবলৈকে কাৰো খবৰ নাই। চৌধুৰী আৰু মই খবৰ পালোঁ যে নৰেন্দ্ৰৰ পৰিবাৰ মূৰ্চ্ছা গৈছে। দুয়ো দৌৰি আহি মাথাত তেল পানী দি বিছনিৰে বা দি শুৱাই থলো। জ্ঞান অলপ আছে। প্ৰমাণ? পালেঙৰ ওপৰত নোশোৱে, তলতহে শোৱে। ইংগিত দিলে। হায়ৰে, জীৱৰ বিলৈ।

কিন্তু ভয়তে মূৰ্চ্ছা যাব নালাগিছিল আমাৰ তেওঁহে। কাৰণ এনে অৱস্থাত তিৰোতা মানুহৰ ভয়তো এনেয়েই প্ৰখৰ। ডেলিভাৰী মানে জীৱন-মৰণ সমস্যা। আমি নোটৰ পেকেট এটাই পকেটত লৈ থাকিবলৈ টান পাওঁ। তেওঁলোকে পেটত বোজা এটা লৈ থাকে। পানী শুকাই যোৱা ফিচাৰিত মুখেৰে উশাহ লৈ থকা ভকুৱা মাছৰ দৰে তেওঁ মুখেৰে উশাহ লৈ আছে। এনে অৱস্থাতে দুৰ্বৃত্তহঁতে ঘৰত জুই লগোৱা কাম আৰম্ভ কৰিলে। ডাক্তৰে কোৱা মতে বেছি দিন নাই। সাতাইশ তাৰিখে দিন দিছে। গতিকে মূৰ্চ্ছা যাব লাগিছিল তেওঁহে। পিছে তেওঁ মূৰ্চ্ছা যোৱা নাই। ভয়ত পেপুৱা লাগি কোঠালীৰ চুক এটাত কুচি-মুচি বহি আছে। বৰং তেওঁ মোৰ খবৰ হে লৈছে। আপুনি গাত অলপ বাৰ্ণল ঘঁহি লওক। জুইৰ মাজত অকলে নোসোমাব। মই তেওঁক আশ্বাস

দিলোঁ যে মোৰ কাৰণে ভয় কৰিব নালাগে। পানী গাড়ীৰ ট্ৰেনিং আছে আমাৰ। এবাৰ বম্বে নগৰীত ভয়ানক অগ্নিকাণ্ড হৈছিল। সেই অগ্নিকাণ্ডতো আমি জপিয়াই পৰিছিলো। আমি প্ৰহ্লাদৰ দৰে লোক্। জুইত পেলায় দিলে জুই নুমাই যায়। মোৰ বোমটো হাজৰিকাৰ ঘৈণীয়েক সেই বাঘিনীজনীৰ বাহিৰে আনে বুজি পোৱা নাছিল। এৰা যুদ্ধৰ মাজতেই কৃষ্ণই অৰ্জুনক আশ্বাসবাণী শুনাই-ছিল। সেই কাৰণে গীতা হ'ল।

মেডিকেলত সাত দিন: পিছদিনা ৰাতিপুৱা মোৰ বন্ধু-বান্ধৱ, মিত্ৰ-পাত্ৰ সকলোৱে উপদেশ দিলে। এনে অৱস্থাত তেওঁক মেডিকেললৈ নিয়া ভাল। আৰু বা কি বিপদ আহে ঠিকনা নাই। এৰা হয়। প্ৰকৃতিৰ দুৰ্যোগ আৰু দুৰ্বৃত্তৰ দুৰ্যোগ বহুত তফাৎ। প্ৰকৃতিৰ দুৰ্যোগ—যেনে, বানপানী, ধুমুহা শিলাবৃষ্টি, ভূমিকম্প আদি এবাৰ আহি গ'লে দ্বিতীয়বাৰ আৰু সোনকালে অহাৰ সম্ভাৱনা নাই! তেনেকৈ অকস্মাতে অসাৱধান বশতঃ এবাৰ ঘৰত জুই লাগিলেও দ্বিতীয়বাৰ বৰ সহজে নালাগে বুলি ভাবিব পাৰি। কিন্তু দুৰ্বৃত্তই দিয়া জুইৰ কথা বেলেগ। আৰু কোন মুহূৰ্ত্তত কোনে কেতিয়া আহি ঘৰত জুই লগাই দিয়ে ঠিক নাই।

এয়া আৰম্ভনীহে। শেষ কেতিয়া হ'ব কোনেও নাজানে। গতিকে তেওঁক মেডিকেললৈ নিয়াটোকেই ঠিক কৰিলোঁ। দেশত বৰ্ত্তমান দুটাই নিৰাপদ স্থান। এটা মন্ত্ৰীৰ বাসভৱন। আনটো বেমাৰীৰ বাসভৱন। প্ৰথম বিধ বেছি নিৰাপদ। দ্বিতীয় বিধত আপদ অলপ আছে। কিয়নো বেমাৰীকো শান্তিৰক্ষকে গ্ৰেপ্তাৰ কৰে। আমাৰ অৱশ্যে কথা সুকীয়া। গৰ্ভৱতী বেমাৰী। পুলিচে গন্ধ পাবই।

তিনিচকীয়া গাড়ী এখন ঠিক কৰি তেওঁক মেডিকেললৈ নিলোঁ। চালকক লাহে লাহে চলাবলৈ ক'লো। ৰাস্তাঘাট বৰ বেয়া। জোকাৰণিত মতা মানুহবেই মুখেৰে ভাত ওলাব খোজে। দৈৱ যাই ভাঙি লেটি-পেটি হোৱা ৰাস্তা গতিকে তেওঁলোকৰ কাৰণে কোন

বিপদ হ'ব পাৰে। ডেকা চালকসকলে গাড়ী লাহে লাহে চলালে ৰৰ অপমানৰ কথা বুলি ভাবে। মোৰ কাকুতি-মিনতিতহে যেনিবা কোৰটো অলপ কমালে। চিনাকি ডাক্তৰ আৰু নাৰ্চৰ সহায়ত ছিট এটা পালো। ডাক্তৰেও ক'লে। আনি ভালেই কৰিলে। সময় প্ৰায় হৈছেই। এনে অৱস্থাত ঘৰত ৰখা ঠিক নহয়।

ডাক্তৰে পুনৰ ভয় লগাই দিলে। তেওঁৰ কেচটো অলপ ক্ৰিটিকেল। ৰাতি আপুনিয়েই ইয়াত থাকিব। দৰকাৰ হ'ব পাৰে। মোৰ ভয়েই লাগিল। বেমাৰীৰ লগত। তাতে আকৌ গিৰোতা বেমাৰী। ভাল মানুহ এজন মেডিকেলত ৰাতি থকা যিমান কষ্ট তাতকৈ শ্মশানত থকাই ভাল। কিন্তু উপায় নাই যেতিয়া থাকিবই লাগিব।

থাকোতে পিছে বেয়া নালাগিল। হাঁহি-কান্দোন, সুখ-দুখ, বিৰহ-বিননি, বীৰত্ব-ভয়, সাহস-ভীৰুতা, আদি নানা ধৰণৰ অভিজ্ঞতা অৰ্জন কৰিলোঁ সেই সাতদিনত। সাধাৰণতে ৰেল ভ্ৰমণ, হাসপাতাল, তীৰ্থযাত্ৰা, হোটেল আদিত নানা ধৰণৰ লোক পোৱা যায়। এই সকল লোকৰ মাজত কম সময়ৰ ভিতৰতে বন্ধুত্ব গঢ়ি উঠে। উদ্দেশ্য সকলোৰে একেটা। মাত্ৰ দুখ-যন্ত্ৰণাৰ মাত্ৰাহে হীনদেৰি।

বেমাৰী ৰখীয়া মানুহবোৰ যিটো ঘৰত থাকে সেইটো দেখাত অৱশ্যে আহল বহল কোঠা। তাত বাই থাকিবলৈ তিনিখন আসনৰ ব্যৱস্থা আছে। তিনিজন তাত ভালদৰে শুব পাৰে। কিন্তু মহৰ উৎপাতত বিনা আঠুৰাই টোপনি যোৱা অসম্ভৱ। সেই কাৰণে বেছি ভাগেই তাত কথাৰ মহল মাৰি ৰাতিটো কটায়।

আমিও বেমাৰীৰপৰা বিদায় লৈ ৰাতি দহটামান বজাত সেই আশ্ৰয়-গৃহত প্ৰবেশ কৰিলোঁ। নতুন হোটেল এখনত বোৰ্ডাৰ হিচাপে থাকিবলৈ লওঁতে প্ৰথম দিন কাৰো লগত চিনাকি হোৱা নাযায়। কিন্তু ইয়াত পৰস্পৰে চিনাকি হবলৈ পাঁচ মিনিটো নালাগে। মোৰটো তাতোকৈ কম সময় লাগিল। কিয়নো পোনে পোনেই—মোৰ বন্ধু পিতাম্বৰ দাসক লগ পালো। ভেখেতে

লগে লগেই আৰু দুজনক চিনাকি কৰি দিলে। লাহে লাহে দুই এজনকৈ আহি আকৌ চিনাকি পৰ্ব আৰম্ভ হ'ল। তাৰ পিছত কথোপ-কথন আৰম্ভ হ'ল। বিষয় বস্তু সকলোবোৰ আন্দোলন কেন্দ্ৰিক। ইয়াৰ ভিতৰত দুটা কথা অতি তাৎপৰ্য্যপূৰ্ণ। যেনে প্ৰথমটো হ'ল হাস্পাতালত জন্ম লাভ কৰা শিশু সকল। শ্ৰীদাসে কলে যে হাস্পাতালত আজি—এসপ্তাহমানৰ ভিতৰত সিমানবোৰ শিশুৰ জন্ম হৈছে তাৰে শতকৰা নিৰানব্বৈ জনীয়েই ছোৱালী। এই বছৰ ছোৱালীৰ জন্ম বেছি। তেনেতে শ্ৰীফটিক বৰুৱা নামৰ এজনে কলে যে ছোৱালী বেছি হোৱা ভাল। বহুত কেইটা কাৰণত আমাক ছোৱালী প্ৰয়োজন হৈ পৰিছে। কিয়নো দেখা গৈছে যে অসমৰ এই বিদেশী খেদা আন্দোলনত ছোৱালীয়েই বেছি যোগ-দান কৰিছে। আনকি এইবাৰ নিৰ্বাচনৰ সময়তো যিবিলাক ঠাইত বিদেশীয়ে—ফিলঙ্গীয়া লোকক আক্ৰমণ কৰিছে—সেই আক্ৰমণ প্ৰতিহত কৰিবলৈ গাভৰুসকলে কঁকালত টঙালী বান্ধি আগুৱাই গৈছে। দ্বিতীয় কাৰণটো ছোৱালীৰ সংখ্যা বেছি হলে আমাৰ এটা কাম কৰিব পৰা যায়। আমাৰ মানুহৰ জনসংখ্যা কমি গৈছে। আনহাতে বিদেশীয়ে জনসংখ্যা বৃদ্ধিৰ কাৰণে উঠি-পৰি লাগিছে। তেওঁলোকে একোজন পুৰুষে দুই-তিনিজনীকৈ ঘৈণীয়েক ৰাখিছে আৰু একোজনীয়ে পাছ-ছয় ধৰিলেও ওঠৰটা কৈ সংখ্যা বৃদ্ধি। কিন্তু আমাৰ মানুহে সুখী পৰিয়ালৰ গান শুনি শুনি ল'ৰা-ছোৱালী হবই দিব নেখোজে। যেন তিনিটা হলেই আই সকল মৰি যাব খোজে। গতিকে আমি একোদল পুৰুষে যদি তিনি-জনীমানকৈ বিয়া কৰাও তেন্তে তিন তিনিগুণ ন' হব। এই ফৰমুলাত আই সকলৰো স্বাস্থ্য ভালে থাকিল। আমাৰো জনসংখ্যা বাঢ়িল। কিন্তু কি হব ভাই সুখী পৰিয়ালৰ গানে আমাক সবকে বুৰ্বক বনাই দিছে। দাসৰ ফৰমুলাক আমি আটায়ে শলাগিলো। আমাৰ মাজৰে শ্ৰীনন্দেশ্বৰ কলিতাই আন এটা ভবিষ্যৎবাণী কৰি দিলে। তেওঁৰ মতে এই আন্দোলনৰ কালছোৱাৰত যিমানবোৰ ল'ৰা-ছোৱালী

জন্ম হৈছে তেওঁলোক ভীষণ সাহসী হব। কিয়নো এওঁলোকে গৰ্ভ-ধাৰণ কৰা সময়খিনিত ব্যাপেক মাকহঁতে দিনে নিশাই নানা ধৰণৰ সংকটৰ সন্মুখীন হৈ সাহস কৰি কিমানবাৰ কাৰফিউ ভাঙিছে। কাৰফিউ দিছে, ক'ত চি. আৰ. পি. বেটেলিয়নৰ আগত সাহসেৰে থিয় দিছে। গতিকে গৰ্ভস্থ সন্তানে এইবোৰ কথা গম পাই থাকে। যেনেকৈ অভিমন্যুই মাকৰ গৰ্ভত থাকিয়েই দেউতাকৰ পৰা বেহুৰ ভিতৰ সোমাই কেনেকৈ যুদ্ধ কৰিব লাগে শিকিছিল। কথাটো হয় হয় দেই, ভাল ধৰিছে: দেই বুলি আমি কলিতা শলাগ ললো।

ইয়াৰ পিচত আমি কোন ক'ৰ পৰা আহিছোঁ আৰু প্ৰসুতি সকলৰ লগত কোন সম্পৰ্ক তাৰ খবৰ কৰিলোঁ। জনা গ'ল কম সংখ্যক লোকৰ নিজৰ স্ত্ৰী ইয়াত আছে। এজনে কলে, তেওঁৰ ডাঙৰ ভিনিহিয়েকৰ ভনীয়েকৰ দেৱেৰেকৰ খুলশালীয়েকক ৰাখিবলৈ আহিছে। এজনে কলে তেওঁৰ গাওঁৰ সম্বন্ধীয় ভায়েকৰ মামীয়েকৰ ভনীয়েকৰ ডেলিভাৰী। এজনে কলে: তেওঁৰ বন্ধু এজনৰ খুলশালীয়েক ইত্যাদি। এনেকৈ ৰখীয়া হোৱা ভালে কেইজন লোক ওলাল। মই আৰু দাসে দুয়ো মনে মনে আলোচনা কৰিলোঁ; অতদূৰ সম্পৰ্কীয় মানুহৰ কাৰণেও এনেকৈ টোপনি খাত কৰি বেমাৰী ৰাখিবলৈ আহেনে? এৰা, এৰা বৰ আচৰিত-কথা। মই কলো: হেৰি দাস, তেওঁলোকক সোধো দিয়ক চোন, কিয় ইমান কষ্টখন কৰি থাকে ইয়াত আনৰ বেমাৰী ৰখি? নিজৰ মানুহ নাই নেকি? স্বামী সকল ক'ত থাকে?

তেওঁলোকৰ মাজতে যাই আকৌ সোধা আৰম্ভ কৰিলোঁ। মেডিকেলত ৰাতি ৰখা কষ্টৰ কথা। মহৰ কামোৰ আদিৰ কথা উত্থাপন কৰা হ'ল। কিন্তু আমাক আচৰিত কৰি দি তেওঁলোকৰ এজনে কলে: হেৰি অসমীয়া মানুহে আজি-কালি মহদাহ, জোকৰ কামোৰক ভয় নকৰে। আমি এইদৰে ইয়াতে আশ্ৰয় লোৱাৰ কাৰণ কি জানেনে? চি. আৰ. পি-য়ে আমাক ঘৰৰপৰা উলিয়াই নি কেঁচা দেহা কেইটাত এনে ধৰণে অত্যাচাৰ কৰে যে মানৰ

প্ৰাণটো মাত্ৰ ওলাই যাবলৈহে বাকী। ক তো লুকাই থাকিবলৈও জেগা নাই। গতিকে মেডিকেলেই নিৰাপদ ঠাই। ভাত খাবলৈ নেপালেও অন্ততঃ টোপনিটো আছে। চি. আৰ. পি-ৰ অত্যাচাৰৰ তুলনাত মহৰ—অত্যাচাৰ অতি নগণ্য। ইলেকচনৰ মহৰ কামোৰতকৈ মেডিকেলৰ মহৰ কামোৰ বহুত ভাল।

আমি দুখৰ হাঁহি মাৰিছিলোঁ। সাহসী যুৱক ঃ দুখতেই দুখ। পিচদিনা মোৰ দুখ আৰম্ভ হ'ল। সন্তান জন্ম দি এনে দুখৰ বোজা বৰ লাগিব বুলি সপোনতো ভবা নাছিলোঁ। তেৰো চকুপানী টুকি আছে। এনেয়ে ছোৱালী বিয়া দি উলিয়াই দিয়া টান, তাতে আকৌ লেভেৰী হৈ জন্ম ললে। চাবা জীৱন দুখতে মৰিব লাগিব।

মোৰ দুখ দেখি দাসকে ধৰি আটাইকেইজন অধিবাসীয়ে মোক আগুৰি ধৰি বুজালে যে এনেকৈ দুখ কৰিবলৈ নাপায়। ঈশ্বৰে জীৱাত্মা পৃথিৱীলৈ পঠিয়াই দিছে। বিচাৰ এটা তেওঁ কৰিয়েই পঠিয়াইছে। জোৰা লগ্ন কৰবাত নকৰাকৈ তেওঁ পঠিয়াই দিয়া নাই পৃথিৱীলৈ বুইছে।

এই কথোপ-কথন শুনি থকা বৰ্ষীয়া যুৱক এজন আমাৰ ওচৰলৈ উঠি আহিল। তেওঁৰ স্বাস্থ্যপাতি বৰ ভাল। মহৰ কামোৰত আই ওলোৱা মানুহৰ দৰে ৰঙা পৰি আছে। চুলিত তেল নাই। পিন্ধি থকা ঠেঙা, কামিজো মলিয়ন। তেওঁ আহিয়েই মোৰ পিনে চাই কলে ঃ হেৰি ডাঙৰীয়া এইজনী ছোৱালী জন্ম দি আপুনি বাচি গ'ল।

কি বাছি গলোহে। পচা খৰিৰ বোজা এটা মূৰতলৈ মই বাচি গ'লো ? বাঃ ভাল উপদেশ।

ঃ খং নাখাব। সত্য কথা বাছি গৈছে। বি. এ. পাছ চার্টিফিকেটখন গলত আৰিলৈ বয়স পাৰ কৰিদিলোঁ। চাকৰি এটা ভাগ্যত নঘটিল। এতিয়া চি, আৰ, পিৰ লাঠি চৰ খাই জীৱন নিৰ্বাহ কৰিছোঁ। কিন্তু মোৰ লগৰ বহুত ছোৱালীয়েই চাকৰি পালে। আপুনি জানেনে চৰকাৰে এতিয়া বিকলাংগ-

বোৰৰ ওপৰত অধিক গুৰুত্ব দিছে। যিমানেই বিকলাংগ বাঢ়ে সিমানেই চৰকাৰৰ লাভ। চি. আৰ. পি কমকৈ ৰাখিলেও হ'ব। আপোনাৰ ছোৱালীক খুৱাই বুৱাই ওঠৰ বছৰ কৰক। চাকৰিও পাব, ঘ'ৰা চলাব। বিয়াও হ'ব। উপস্থিত সভ্যৰ আটাইবোৰ গিৰ্জনি মাৰি হাহিলে।

মযো অলপ দুখ লাঘৱ হোৱা যেন পাওঁ। হতাশা ভৰা জীৱনত সান্ত্বনা লভিবলৈ মানুহে নানা ধৰণে বুজ লয়। যুৱক-জনৰ কথাখিনিয়ে মোকো—সান্ত্বনা দিলে। তেওঁকো গৈ ঠিক একে দৰেই বুজনি দিলো।

তেৱো কথাখিনি ভাল পালে হবলা। চকুৰপানী মুলিয়ালে। কেঁচুৱাটোক দুটা মান চুমা খালে। আৰু মোক সুধিলেঃ আমি এতিয়া ঘৰলৈ যাব পৰা হৈছো নে? চি. আৰ. পি সকলক অপসাৰণা কৰিলে নে? ঘৰ পোৰা মানুহবোৰ উভতি আহিছেনে ইত্যাদি।

মই কলোঃ ঘৰ পুৰিলে মানুহে আকৌ বান্ধিব পাৰে; কিন্তু মন পুৰিলে মানুহ ভাগি পৰে। মানুহৰ মনবোৰ পুৰিছেতো, অলপ সময় লব।

* *

# নাথাকিল নাই

গুন নাথে চিগাৰেট এটা মুখত লৈ নিবিড়ভাবে অতীতৰ কথাই ভাবি আছিল। সম্ভ্ৰান্ত অতীতৰ কথা ভাবি মানুহৰ ভাল লাগে। মানুহে বৰ্ত্তমানত অসুবিধাত পৰিলে অতীতৰ কথা ভাবে। গুন নাথৰো তেনে হৈছিল। ককায়েক, মাক, দেউতাক সকলোকে এই চাকৰীটোহে লাগে। অকল সম্মানেৰে মানুহ জীয়াই থাকিব নোৱাৰে। মানুহক 'পাৱাৰ' লাগে। আভিজাত্য লাগে। দেউ-তাকে কৈছিল: যতেই নিদিয়ক তই ইমিডিয়েট্‌লি জইন কৰিব লাগে। কিন্তু চাকৰীত নিজৰ সম্মান বজাই ৰাখিবলৈ চেষ্টা কৰিবি।

গুন নাথে জইন কৰিলে। সুন্দৰ কোৱাৰ্টাৰ। চাকৰ, গাড়ী, বডীগাৰ্ড। বাঃ গাওঁখনকে চমৎকৃত আৰু ধন্য কৰিলে গুননাথে। গাড়ী, বডীগাৰ্ড আৰু চাকৰ-নাকৰ লৈ যেতিয়া প্ৰথম প্ৰথম গুননাথ গাৱঁত সোমাইছিল, মাক আৰু দেউতাকৰ বুকু গৌৰৱত চৈধ্য ইঞ্চি মান ফুলি উঠিছিল। লোকে বোলে এইহে চাকৰী ক'ত তোমাৰ সেই কলেজৰ মাষ্টৰ আৰু কত এই চাহাব, চৰকাৰী চাহাব।

চিগাৰেট পুৰি আঙুলিত লগাত আৰু মেডেলুৱামে মাত দিয়াত বোলে চাহাব মেমচাবে আপোনাক ৰেডি হ'বলৈ কৈছে, তেতিয়াহে গুননাথৰ সম্বিত ফিৰি আহিল। কিন্তু তেওঁৰ ভীষণ খং উঠিল। খঙতে মেডেলুৱামক কৈ দিলে: যা মেমচাবক কগৈ মই যাব নোৱাৰো। মেমচাবক বাঘিনী অহাদি গুননাথৰ ওচৰ পালে আৰু ক'লে যে মই কৰবালৈ যাবলৈ ওলালেই তোমাৰ সময় নাই, খং উঠে। আৰু কিছুদিনৰ পৰা লক্ষ্য কৰিছোঁ—তুমি খুব আনমনা হৈ পৰিছা। ইয়াৰ অৰ্থ কি? গুননাথে আকৌ এটা চিগাৰেট জ্বলাই ললে আৰু ক'লে: তুমি অৰ্থ কি বুজিবা, অবলা নাৰী, খাবলৈ লবলৈ পালেই তোমালোকৰ বাবে যথেষ্ট। পইচা কৰ পৰা আহে তাক খবৰ লবলৈ তোমালোকৰ আহৰি নাই। কিন্তু সংসাৰতো

তেনেকৈ নচলে। যোৱা, দিষ্টাৰ্ব নকৰিবা। যলৈ যাবলৈ ওলাইছা তালৈকে যোৱাগৈ। মেমচাব গুনৱতী নাথৰো খং উঠিছিল, কিন্তু তেওঁ অন্তসম্বৰণ কৰিলে আৰু যাত্ৰা-গানৰ অভিনেত্ৰীৰ দৰে নাটক শেষ হোৱাৰ পাছত কাপোৰ-কানি খুলি বিছনাত পৰি গ'ল।

হঠাৎ টেলিফোন এটা আহিল। মেডেলুৱামে ফোনটো তুলি ধৰি চাহাবক খবৰ দিলেহি। গুননাথে ফোন ধৰি জানিব পাৰিলে যে মিঃ শইকীয়া আহিব ফুৰিবলৈ। ফেমিলি লৈ আহিব। খং আৰু বিৰক্তিত আকৌ মন তেওঁৰ বিষাদেৰে ভৰি পৰিল। শইকীয়া আজি-কালি ডাঙৰ মানুহ। আগতে গুননাথৰ দৰে তেৰো সৰু চাকৰী এটা কৰিছিল। এখন বাঙৰি কাকতত কাম কৰিছিল। এতিয়া অৰ্দ্ধ চৰকাৰী প্ৰতিষ্ঠান এটাৰ মুৰব্বী। টকা খাই ভুছা-ভুছি কৰিলে। মাটি, ঘৰ, গাড়ী কিনিলে।

এতিয়া গধূলি হ'লে ঘৰে ঘৰে লেবা-লেৰি লেৰা-লেবি কৰি ঘূৰি ফুৰে। গুননাথ এইখন চহৰলৈ অহাৰে পৰা তেওঁৰ লগতো চিনাকি হৈছে। গতিকে এতিয়া কাৰ্টিচি কল। ৰিফিউজ কৰাৰ উপায় নাই। কিন্তু গুননাথে শইকীয়া আহিব বুলি কোনো বিশেষ আয়োজনো নকৰিলে।

অলপ পাছতে আকৌ টেলিফোন বাজি উঠিল। ফোন ধৰি জানিব পাৰিলে মিঃ গোস্বামী আহিব ফুৰিবলৈ। গোস্বামী চেল-টেক্সৰ বিষয়া। প্ৰকৃত দৰমাহাৰে মাত্ৰ নিমখ তেলখিনি কিনিবপৰা মানুহটোৱে যেনেকৈ অট্টালিকা সাজি ভাড়াত দিছে, গাড়ী কিনিছে ভাবিলে বেবিলনৰ শূন্যৰ বাগিছা দেখাৰ দৰে আচৰিত হ'বলগীয়া কথা। এইজন গোস্বামী মিঃ ঠানুৰাম গোস্বামী এ. চি. এচ.। গুননাথ এইবাৰো বিৰক্ত হ'ল। সকলো মানুহে নিজৰ নিজৰ সুবিধা কৰি ললে। কিন্তু গাড়ীত আগত ছিট নোপোৱা মানুহৰ দৰে সিহে পিছত পৰি ৰ'ল। এইটো চাকৰীত জইন কৰাৰ তিনি বছৰেই হ'ল। এতিয়ালৈকে জইন কৰোঁতে দিব লগীয়া হোৱা ভেটিৰ টকা খিনিকে সি উঠাব পৰা নাই। সেয়ে বিৰক্তি আৰু বিষাদত গুননাথৰ মন

ভাঙি পৰিল। গতিকে এনে বিৰক্তিকৰ পৰিৱেশত বন্ধু-বান্ধৱ আহিলে মুক্ত মন এটা লৈ তেওঁলোকক স্বাগতম জনোৱা সম্ভৱ নহয়।

ক্ৰমে ক্ৰমে মিষ্টাৰ শইকীয়া আৰু মিষ্টাৰ গোস্বামী অহি উপস্থিত হ'ল। হেল্লো'হাউ আৰ ইউ? গুড ইভিনিং শব্দেৰে গুননাথৰ ঘৰ মুখৰিত হ'ল। শব্দবোৰত বেৰত খুন্দা খাই খাই ঠহৰ ঠহৰকৈ কানত পৰিল। মিছেজ নাথ কোপ নিদ্ৰাত পৰিল। তাৰ আগতে নিঃশব্দে কোঠাৰ দুৱাৰ খিৰিকি বন্ধ কৰি ললে।

উপস্থিত অতিথিবৃন্দই হেল্ল গুড ইভিনিং আদিকৈ বহাৰ পাছত প্ৰত্যেকে মিছেজ নাথক বিচাৰি হুলস্থুল লগালে। মিঃ নাথে তৎক্ষণাৎ মিছা মাতিলে বোলে তেওঁৰ অসুখ। হেডেক। তেওঁলোকে হেডেকৰ নানা ধৰণৰ অৱস্থা, ঔষধৰ আলোচনা কৰিলে। মিঃ গোস্বামীয়ে ক'লে: এবাৰ বোলে তেওঁলোকৰ আয়ুক্তৰ ঘৈণীয়েকৰ হেডেক হৈছিল। তেওঁৰ পি. এ. জনে বোলে মুৰত বিলাতী চেণ্টৰ দ্বাৰাই দহ দিন মান মালিচ কৰোঁতে বিষভাল হৈ গ'ল। মিঃ শইকীয়াইও এটা অভিজ্ঞতাৰ কথা ব্যক্ত কৰিলে। এবাৰ বোলে তেওঁৰ নিজৰ প্ৰকট মুৰৰ বিষ হৈছিল, তেওঁৰ ষ্টেনো মিচ কমলাৱতী বৰুৱাই বোলে মুৰ টিপি টিপি ভাল কৰিলে। আচলতে মুৰৰ বিষৰ মালিচেই উত্তম দৰৱ, কেৱল বিপৰীত লিঙ্গত হাতেৰে মালিচ কৰিব লাগে। আটায়ে কথাটো শুনি গিৰ্জনি মাৰি হাঁহিলে। হাঁহিবোৰ বেৰত খুন্দা খাই আকৌ মিছেজ নাথৰ কানত ঠহৰ ঠহৰকৈ বিন্ধিবলৈ ধৰিলে।

তথাপিতো মিঃ গুননাথৰ মন আজি ফৰকাল নহয়। তেওঁ কোনো পধ্যেই সহজ হ'ব পৰা নাই। অৰ্থই সকলো সুখৰ মূল। অ'ত অৰ্থ খৰছ কৰি পঢ়িলে, অ'ত অৰ্থ ব্যয় কৰি চাকৰী ললে কিন্তু এই চাকৰীৰ বেতনেৰেচোন খাবলৈকে নোজোৰে। ইত্যাদি ইত্যাদি চিন্তাত গুননাথৰ মন ভাৰাক্ৰান্ত।

মিঃ শইকীয়া আৰু গোস্বামীয়ে গুননাথক সহজ কৰি ললে।

তেওঁৰ মন ভাবক আঁতৰাই মন ফৰকাল কৰিবলৈ দুটা বটল উলিয়াই টেবুলত থ'লে আৰু নাথক আহ্বান কৰিলে। নাথে মেডেলুক পানী, গিলাচ আৰু কিবা এবিধ ভাজি আনিবলৈ ক'লে। মেডেলু এই-বোৰত বৰ পাকৈত। কেবাজনো বৰ চাহাব তাৰ হাতৰ ভাজি খাই পাতি গৈছে। সি তৎক্ষণাৎ সকলোবোৰ যোগান ধৰিলে। ইয়াৰ পাছত তেওঁলোকে বটল দুটাৰ ভিতৰত থকা পনীয়া ঔষধখিনি শেষ কৰিলে।

ঔষধ খালেই গা-মন ভাল লাগি যায়। মিঃ নাথে তেওঁৰ মনৰ সকলো বিষাদৰ কাৰণ মিঃ গোস্বামী আৰু শইকীয়াৰ আগত দাঙি ধৰিলে। তেওঁলোকে নাথক নিৰ্ভয় দি ক'লে যে চিন্তাৰ কোনো কাৰণ নাই। টকা ঘটাৰ বহুত উপায় আছে আজি-কালি। অফিচত হয় চাকৰীৰ কাৰণে দৰ্খাস্তৰ আহ্বান কৰক অথবা কেইজন মান চোৰাং বেপাৰীক এৰেষ্ট কৰক। টকা আপোনাৰ বানপানী অহা দি আহিব। গুননাথে ক'লে: মই কলেজৰ শিক্ষক আছিলো। কৰাপচনৰ কথা চিন্তা কৰিবই নোৱাৰো। মিঃ গোস্বামীয়ে ক'লে: ডেন ব্লাডি টিচাৰ। কলেজৰ প্ৰিন্সিপ্যাল, হাইস্কুলৰ হেডমাষ্টৰবোৰে দালান সাজি, গাড়ী কিনি ভুছা-ভুছি কৰিবলৈ ধৰিছে। খুব বেছি পোন্ধৰশ টকা বেতন পোৱা মাষ্টৰ এজনে দালান বান্ধিবলৈ কেনেকৈ পাৰে? প্ৰাইভেটকৈ এম. এ. পাছ কৰি ডেঞ্চাৰ কলেজ খোলা প্ৰিন্সিপ্যালসকলে পাঁচ বছৰৰ ভিতৰত পকী দালান বান্ধি গাড়ী দৌৰায়। ই সম্ভৱ? কেৱল কৰাপচনৰ জৰিয়তেহে ই সম্ভৱ হ'ব পাৰে মিঃ নাথ। গতিকে টিচাৰৰ আইডিয়েলিজিম মাৰ গুলি মিঃ নাথ। নাথৰ কথাটো গাত ধৰিলে। তেওঁৰ দেউতালৈ মনত পৰিল। আইডিয়েলিজিম কৰি কৰিয়ে বুঢ়া মৰিল। তেওঁ ধলং-পলং অৱস্থাৰেই ঘৈণীয়েকক মাতিলে দুৱাৰ খোলা, তুমি বেডি হোৱা মিঃ শইকীয়া, গোস্বামীহঁত গাড়ী লৈ আহিছে। তেওঁলোকেই লিফ্‌ট দিব। মিছেজ নাথে নামাতিলেই। লাষ্টপেগত পানী ঢালি শেষ সোহা মাৰি মিঃ শইকীয়াহঁত গ'লগৈ। আৰু ধলং-পলংকৈ

বিছনালৈ গৈ পৰি থাকিল গুননাথ। পিছদিনা ৰাতিপুৱাই গা-পা ধুই মিঃ নাথ দপ্তৰলৈ গ'ল। ৰাতিৰ সেই মদগী নাথক দিনৰ পোহৰত তেওঁৰ চেহেৰাখন বিজালে মন্দিৰৰ ভন্দ পূজাৰী যেন লাগে। গৰম দামী চুট, গলত টাই ভৰিত চিক্‌মিকিয়া দামী জোতা, মুখত চিগাৰেট—গাম্ভীৰ্য্যতাৰ দেৱতাহে যেন।

অফিচলৈ গৈ পি. এ.ক তেওঁৰ ৰুমলৈ মাতিলে। ডিক্টেচন লবলৈ ক'লে: এপ্লিকেচনচ ইনভাইটেড ফৰ ডা পোষ্ট অব্—। তাৰ পাছত আকৌ ক'লে—দুখন লোকেল পেপাৰত দি আহকগৈ, দুদিন একেৰাহে বিজ্ঞাপন দিবলৈ ক'ব।

···যেনে কথা তেনে কাম। বিজ্ঞাপন ওলাই গ'ল বাতৰি কাকতত। এদিন, দুদিন, তিনিদিন গ'ল। কোনো মানুহেতো নাহে তেওঁৰ ঘৰলৈ আহিল। এদিন আন্ধাৰত আহিল পি. এ. মিঃ চৌধুৰী: ছাৰ বহুতে মোৰ ওচৰলৈকে আহিছে। আপোন দেখা কৰিবলৈ ভয় কৰিছে। আপুনি অনুমতি এটা দিলে মই তেওঁ-লোকক আপোনাৰ ওচৰলৈকে আনিব পাৰো।

মিঃ নাথে দেখিলে এয়েই উত্তম সুযোগ। দুটা কাম একেলগে হব। পত্নীৰ মান ভঞ্জন আৰু অৰ্থে মনোৰঞ্জন। তেও মিঃ চৌধুৰীক ইঙ্গিতেৰে সন্মতি প্ৰদান কৰি কলে: খুব সাৱধান চৌধুৰী। ব্যৱসায়ী সকলে যেনেকৈ চোৰাং ভেজাল আদি কাৰবাৰ কৰি ওপৰৰ ভগবানক পূজা পাতলেৰে সন্তুষ্ট কৰি ৰাখে তেনেকৈয়ে ছাৰ আপুনিও তলৰ ওপৰৰ সকলোকে সন্তুষ্ট কৰি ৰাখক। একো ভয় নাই মই আছো।

মিঃ নাথৰ গাটো পাতল পাতল লাগিল। তেওঁ তুৰন্তে অন্তেষ-পুৰত প্ৰবেশ কৰি মিছেজ গুণৱতীক কথাটো কলে। চতুৰা গুণৱতীয়ে তৎক্ষণাৎ কলে বোলে মাজৰ মানুহৰ কি দৰ্কাৰ। মানুহক ডাইৰেক্ট ঘৰলৈকে আহিবলৈ দিয়া ভাল। কমলা ইন্সপেক্টৰৰ ঘৈণীয়েকেই ঘৰত টকা লৈছিল। কমিচনাৰ চাহাব মিঃ শইকীয়াৰো ঘৈণীয়েকেহে লৈছিল ঘৰত। গুন নাথৰ বৰ ভাল লাগি গল। এৰা

এবা নাক মোহাৰিলেই তিৰোতাৰ বুদ্ধি ওলায় বোলা কথাষাৰ মিছা নহয়।

এতিয়া গুণৱতীৰ হাতত টকাই টকা। মিঃ নাথৰ বেঙ্কৰ একাউণ্টত, ধৈণীয়েকৰ একাউণ্টত টকাই টকা।

কথাটো দেউতাকৰ কানত পৰিল। গাৱঁৰে কুহিৰামে কথাটো তেওঁৰ আগত উলিয়ালে বোলে মোৰ লৰাটোক কৰবাত সুমুৱাই দিব পাৰিলে পৰিয়ালটো ৰক্ষা পৰে। বুঢ়াই বোলে আমাৰ গুণৰ ওচৰলৈ তাক নপথিয়ালা কেলেই? কুহিৰামে বোলে পথিয়াই ছিলে, তেওঁক হেনো দহ হাজাৰ টকা লাগে। বুঢ়াই কলে: কি কলা কুহি—সি টকা বিচাৰিছে? মই আজিয়েই তাৰ ওচৰলৈ যাম।

সেই মতেই বুঢ়া আহি হাজিৰ। আহিয়েই পুতেকক প্ৰশ্ন কৰিলে: হয়নে গুন: তই বোলে চাকৰি এটাৰ কাৰণে আমাৰ গাৱৰ কুহিৰামৰ পুতেকৰ পৰা টকা বিছাৰিছ? গুননাথ: কুহিৰামৰে পুতেক নে পানীৰামৰে পুতেক মই-মই কাক চিনি পাও?

: চিনি নেপালি বুলিয়েই তই টকা বিচাৰিবিনে?

—নহয় দেউতা। বিনা পইচাই চাকৰি দি মোৰ কি লাভ?

: ছিঃ ছিঃ মোৰ ব্যক্তিত্বত তই কলঙ্ক সানিলি মিঃ গুন। মই আৰু তোৰ ইয়াত এক মুহূৰ্ত্তও নাথাকো। গুননাথে কলে: দেউতা আজি আৰু সেই যুগ নাই। দৰ্মাহাৰ টকাৰে পাটোৱাৰী হেড মাষ্টৰে সেই ৰাজ অট্টালিকা সাজিলে বুলি আপুনি বিশ্বাস কৰেনে?

বুঢ়াই এটা দীঘল হুমুনিয়াহ কাঢ়ি কলে: গুন সকলো মানুহেই তেজ মঙহৰ শৰীৰৰ হলেও দগ্ধ চোৰৰ লগত পবিত্ৰ সাধুক কেতিয়াও তুলনা ন কৰিবি।

বুঢ়া আৰু এক মুহূৰ্ত্তও তাত নাথাকিল।

* * *

# ॥ বঞ্চনা যাৰ নাম ॥

ডাঙৰ হ'ল এটাত মানুহবোৰ বহে। আসনবোৰ পিয়নৰ পৰা আৰম্ভ কৰি বিষয়ালৈকে ভাগ ভাগকৈ সজোৱা আছে। একেবাৰে সন্মুখত দপ্তৰি ৰামেশ্বৰ বহে। তেওঁক আগুৰি ধৰি বহি থাকে আন কেবাজনো পিয়ন। ৰামেশ্বৰে বৰ ৰসাল কথা কৈ থাকে, আটাই-বোৰে গিৰ্জনি মাৰি হাঁহে।

ৰামেশ্বৰৰ ডাঙৰ কাম হ'ল—বাহিৰৰ মানুহবোৰক জবাব দিয়া। বিভিন্ন ধৰণৰ মানুহ অফিচখনলৈ আহে। আহিয়েই পোনে পোনে লগ পাই ৰামেশ্বৰক। তেওঁৰ আগত উদ্দেশ্য ব্যাখ্যা কৰাৰ পিছত কিছুমানক বহিবলৈ দিয়ে; কিছুমানক থিয়ৈ থিয়ৈ বিদায় দিয়ে।

ছোৱালী অথবা কোনো ধুনীয়া ভদ্ৰ মহিলা আহিলে অৱশ্যে ৰামেশ্বৰে বহুৱাই ৰাখে। তেওঁলোকক প্ৰশ্ন সুধি ব্যতিব্যস্ত কৰে আৰু শেষত আচল কথাটো কৈ দিয়ে। অফিচখনলৈ আহে, বহুত ধুনীয়া ধুনীয়া ছোৱালী অফিচখনলৈ আহে। প্ৰত্যেকৰে উদ্দেশ্য বেলেগ বেলেগ। কোনো আহে মহন্তক লগ ধৰিবলৈ, কোনো আহে দাসক বিচাৰি, কোনো আহে বসন্তক লগ পাবলৈ। সকলোৱে পোনে পোনে আহি ৰামেশ্বৰক সাক্ষাৎ কৰিবই।

আচলতে প্ৰথমতে সাক্ষাৎ কৰিবলৈ প্ৰয়োজন হয় জয়নাথ দাৰোৱানক। কিন্তু তেওঁক কোনেও কেৰেপ নকৰে। অৰ্থাৎ মানুহ বুলি নোসোধেই। তাৰ কাৰণ এটা আছে। জয়নাথ দেখি-বলৈ বৰ আঁপচু। মেহ্ কলা। চকু দুটা মেকুৰীৰ চকুৰ দৰে। মোচ কোছাও তেনে। চুলিবোৰ ঠৰঙা। মুঠতে সাধুকথাত শুনা ভূত পিশাচৰ দৰে। তেনে এজন লোক দাৰোৱান হৈ গেটত থিয় হৈ থাকিলে—ছোৱালী নালাগে ডেকা ল'ৰাবোৰেই ভয় খোৱাৰ কথা। গতিকে জয়নাথক এভইদ্ কৰি ছোৱালীহঁত পোনে পোনে ৰামেশ্বৰৰ ওচৰত উপস্থিত হয়। ইয়াৰ এটা অন্য কাৰণো আছে।

ৰামেশ্বৰ দপ্তৰৰ প্ৰথম কপাটখনৰ ঠিক মুখতে বহে। মিউনিচি-পালিটিৰ মহৰীসকলে লাইচেন্স, নথকা চাইকেল ধৰিবলৈ যেনেকৈ ৰাষ্টাটো আগুৰি সক টেবুল এখন পাৰি বহি থাকে—ৰামেশ্বৰেও দপ্তৰৰ আন আন মানুহৰ ওচৰলৈ যাব পৰা যিটো মূল বাট সেইটো প্ৰায় আগুৰি ধৰাৰ দৰে টেবুলখন পাৰি লৈছে।

এইটোৱেই প্ৰধান কাৰণ বুলি ধৰি ললে ভুল হব। জয়-নাথেওতো গেটটো আগৰি থিয় হৈ থাকে? আচলতে ৰামেশ্বৰ বৰ ধুনীয়া মানুহ। এখন ঘুৰণীয়া, বগা, হাঁহিমুৱা মুখ। বয়সৰ তুলনাত চুলিবোৰ তেনেই কেঁচা। ছোৱালী নালাগে—লৰাই পোতি যাব খোজে।

এনে ধৰণে অহা অসংখ্য ছোৱালীৰ মাজতে ঘটনাটো ঘটিল।

এদিন এজনী খুব ধুনীয়া ছোৱালী আহি ৰামেশ্বৰৰ ওচৰত থিয় হল। ৰামেশ্বৰে বিৰাট হাঁহি এটা মাৰি তেওঁক বহিবলৈ দিলে। ৰামেশ্বৰ বৰ চালাক চতুৰ লোক। অফিচত বহুত বছৰ চাকৰি কৰি প্ৰায় ওস্তাদ হৈ পৰিছে। তেওঁ ওচৰতে হাত নথকা চকী এখন ৰাখেই। যদু, যাদব, যতীন, যমিৰ, জানকী, জয়চন্দ্ৰ, জীৱন আদি পিয়ন পিয়াদা সকল তেওঁক আগুৰি বহি থাকিলেও সেইখন চকীত কাকো বহিবলৈ নিদিয়ে। সেইখন গেষ্টৰ কাৰণে আচুতীয়া। তাতে ছোৱালজনী বহিল। ৰামেশ্বৰে দুকাপ চাহ অনালে।

আজি কিছুদিনৰ পৰা বৰ চাহাবৰ এইবোৰ কথাত বৰ খং। তেওঁ প্ৰকাণ্ড এখন টেবুল লৈ, গলত টাই মাৰি বহি থাকে। সন্মুখত চাৰি পাঁচ খন চকী। টেবুলৰ ওপৰত কলিং বেল। পানীৰ গিলাচ, কেলেণ্ডাৰ, লিখাৰ ৰং-চঙীয়া সজুঁলি আদি আছেই। তথাপিতো তেওঁৰ ওচৰলৈ কোনো ছোৱালী অথবা ভদ্ৰ মহিলা নাহে। বৰ চাহাবে ভাবে—আচলতে যি কোনো এটা কথা সুধিবলৈ তেওঁৰ ওচৰলৈহে আহিব লাগে। আহিয়েই তেওঁৰ আদৰ অভ্যৰ্থনা গ্ৰহণ কৰিব লাগে। ৰামেশ্বৰে সিংহতক দোকানৰ ২নং চালু চাহ খুৱায়; তেওঁ কফি খুৱায়। অথচ নাহে, কোনো তেওঁৰ ওচৰলৈ নাহে।

আৰু থং হাইদৰ চাহাবৰ। তেওঁ বিৰাট ধুনীয়া মানুহ। কুৰ-কুৰীয়া মিহি চুলিত সুগন্ধি তেল লগায়। সদায় ক্লিন চেইভ্ কৰে। ড্ৰেচৰ কি বাহাৰ! ইস্ত্ৰি ভঙাৰতো প্ৰশ্নই নাই-আনকি কতো অকণমান মলিও নাই। সদায় ড্ৰেচ চেঞ্জ কৰে। কথা ছবিৰু এক্টৰৰ দৰে জোতা। আঙুলিত আঙঠিৰ অন্ত নাই। তামোল নাখায়; অথচ ওঠ ৰঙা পৰি থাকে। ইলাচি চোবাই থাকে আৰু চিগাৰেট খায়। চকু, নাক, গাল সগঢ়ি। দাঁতবোৰ দালিমৰ গুটিৰ দৰে মিহি। ঘিক্ ঘিক্ কৰি নাহাঁহে; কিন্তু মিচিকিয়া হাঁহিটো মাৰিলেও মুখখন "চাই থাক চাই থাক" কৰে। তেওঁৰ কাম হ'ল—কেৱল বহি থকা আৰু পিয়ন কেইটাক মাতি মাতি আনি বজাৰ কৰোৱা। বজাৰ মানে—চিগাৰেট, চাবোন, তেল, স্নো, পাওদৰ, ব্লেড, গিলাচ, কাপ-পিৰিচ ইত্যাদি এইবোৰ আনি টেবুলখনৰ ওপৰতে থব। ঠিক অফিচ ছুটীৰ আগে আগে এটা পিয়নৰ হতুৱাই সেইবোৰ পেক্ কৰাব।

হাইদৰ চাহাবৰ গাড়ী এখন আছে। নতুন ফিয়েট গাড়ী। ৰংটো কণীৰ বাকলিৰ দৰে। শহুৰেকে যৌতুকত দিয়া গাড়ী। ডাঙৰ চাকৰি কৰা মানুহক জোঁৱাইৰূপে পাইছে—মটৰ গাড়ী কিয়—উৰাজাহাজ কিনি দিয়াৰো কথা। হাইদৰে গাড়ীখন সচৰাচৰ আন মানুহে যত ৰাখে-তাত নাৰাখে। তেওঁ অকলশৰীয়া ঠাই এডোখৰত গাড়ীখন ৰাখে-যাতে সকলোৰে চকুত দৃষ্টিগোচৰ হয়। আৰু মাজে মাজে পিয়ন এটাক চিঞৰি চিঞৰি কয়—ঐ য, গাড়ীখন চাচোন আছেনে। যদুৱে কয়—আছে চাৰ, নাথাকি কত যাব? গাড়ীখন কোনোবাই পকেটত ভৰাই নিবনে? হাইদৰ চাহাবে "তোক ব্যাখ্যা দিবলৈ কোৱা নাই নহয়, গাড়ীখন আছেনে নাই চাবলৈহে কৈছো, বুৰ্বক"—এইদৰে ধমকনি দি চিগাৰেট টানে আৰু ওচৰতে বহি থকা পুষ্প কেৰাণীক দুই এটা গাড়ী চোৰৰ কাহিনী কয়।

সিদিনাও ৰামেশ্বৰৰ ওচৰত আহি সেই ধুনীয়া ছোৱালীজনী

বহাৰ লগে লগে হাইদৰ চাহাবে ৰামেশ্বৰক কলে "হেৰা ৰামেশ্বৰ, মোৰ গাড়ীখন আছেনে নাই, খিৰিকিৰে চোৱাছোন।" ৰামেশ্বৰৰ খঙে চুলিৰ আগ পালে। উত্তৰ দিলে—"আপুনি মোক ঘৰৰ চাকৰ বুলি ভাবিছে নেকি যে গাড়ীখন চাই থাকিবলৈ ইয়াতে বহুৱাই ৰাখিছে? আপোনাৰ দৰে ময়ো সমান সমান চাকৰি কৰো; কি বুলি ভাবিছে?"

হাইদৰ চাহাব বনৰীয়া বাঘ এটাক খেদি অহাদি ৰামেশ্বৰৰ টেবুলৰ ওচৰ পালে আৰু কলে "চুপ, মুখ চম্ভালি কথা কবি। তোক মই এতিয়াই চাচপেণ্ড কৰাই দিব পাৰো। ৰামেশ্বৰো বহি থকা বিধৰ ভকত নহয়। সমান ডিগ্ৰীৰ উত্তাপত উত্তৰ দিলে: কিমানক চাচ্‌পেন্‌ কৰি পাইছাহে? কৰাছোন চাচ্‌পেন্‌, চাঁও এবাৰ কিমান তাকত?

তাৰ পিছত তৰ্কযুদ্ধৰ চৰম সীমা। আৱাজ উৰ্দ্ধত। যেন ভজা মাছ খাবলৈ খোজা দুটা মেকুৰীৰ যুদ্ধ! যেন দুটা পঠা ছাগলীৰ যুজ! আৱাজ বিৰাট; কিন্তু একচন নীল।

সেয়েই সুযোগ! কোনো দিন ৰামেশ্বৰৰ টেবুললৈ উঠি নহা ৰৰ চাহাব দৌৰি উঠি আহি ৰামেশ্বৰ আৰু হাইদৰৰ যুদ্ধ স্থলীত অৱতৰণ কৰিলে। দৌৰি আহি ৰামেশ্বৰৰ টেবুলৰ ওচৰত প্ৰৱেশ কৰিলে অফিচ চুপাৰিনটেন্‌ডেণ্ট নীলকান্ত চৌধুৰী। দৌৰি আহিল বাকীজাই বিষয়া বদন বৰুৱা।. তড়িৎ গতিত প্ৰৱেশ কৰিলে পাবলিক ৰিলেচন অফিচাৰ প্ৰাণনাথ নাথ। বহি নাথাকিল হেডক্লাৰ্ক উত্তম কোঁচ। বাকীবোৰৰতো কথাই নাই? টাইপিষ্ট, নিম্ন/উচ্চ বৰ্গ সহায়ক সকলোবোৰ উঠি আহি ৰামেশ্বৰৰ টেবুলত থুপ খালেহি।

পিছে, ৰামেশ্বৰ আৰু হাইদৰৰ কাজিয়া ভণ্ডাটো নিমিত্তহে মাত্ৰ —মুখ্য উদ্দেশ্য সেই ধুনীয়া ছোৱালীজনী। তাইৰ অপৰূপ লাৱণ্য। সাগৰৰ ফেনৰ দৰে বুকুত এচপৰা যৌৱন। সৰু খামুচিয়া কঁকাল। সু-উচ্চ বহল তপিনা যুগল। কোমল মোহনীয় মিহি হাত।

পুৰুষৰ চকুত প্ৰকটভাৱে জিলিকি থকাকৈ নাভি প্ৰদেশ উলিয়াই ক্ৰিম চিকৰ ক্ৰিম ৰঙৰ শাৰী এখন পিন্ধিছে—এনে লাগে যেন গাত কাপোৰেই নাই। আৰু মুখৰ ৰূপ! পানবজাৰত দত্ত-বৰুৱা কোম্পানীৰ ওচৰত যে বঙালি বুঢ়া এজনে মাটিৰে সৰস্বতীদেৱীৰ প্ৰতিমা সাজে—ইয়াৰ লগত অকণমানো পাৰ্থক্য নাই। সাইলাখ প্ৰতিমা। কতো খতি-খুন নাই।

এনে এজনী ছোৱালীক ওচৰৰ পৰা চাবলৈ অথবা কথা এবাৰ পাতিবলৈ কাৰ হেপাঁহ নাই।

বোলো— ভগুযোগী সউ, গিৰি বাঘবৰ,
বহিছে ধ্যানত, নবহে মন,
সমখত ছুটি ৰূপহী বালা……

ৰামেশ্বৰৰ টেবুলৰ ওচৰলৈ কোনো দিনে উঠি নোযোৱা আটাইবোৰ চাহাব আজি কাঁড়পাত যোৱাদি সেইখিনি পালে! টেবুলৰ ওচৰতে পৰি থকা দৰকাৰী কাগজ এখন বুটলিবলৈকো টিলিঙা বজাই বজাই কান কলা কৰা চাহাব সকলে আজি আৰু বৰ নোৱাৰিলে। গাম্ভীৰ্য্যতাৰ মাটিৰ কলহটো ভাঙি ঠান-বান হৈ গ'ল।

পোনে পোনে বৰ চাহাবৰ চকু ছোৱালীজনীৰ ওপৰত পৰিল। তেওঁ কথা পাতিলে: "ভন্টি, ৰামেশ্বৰ তোমাৰ কিবা হয়?" হাঁহিমুৱা মুখেৰে অতি নৰম প্ৰশ্ন। মাতৰ সুৰ অতি মৰম লগা। ছোৱালীজনীয়ে ঈষৎ মিচিকিয়াই হাঁহিলে। যেন এপাহি খৰিকাজাই ফুল—এইমাত্ৰ ফুলিল, নিৰ্ম্মল, বগা, পবিত্ৰতাৰ পাহিবোৰ—এনে যেন লাগিল তাইৰ হাঁহিটো। মিচিকিয়া হাঁহিত প্ৰকাশ পালে মনৰ ভাষা! কিমান যে লাজ! যেন লাজতে মাটিৰ তলত লুকাব! আই ঐ দেহি! কলে: সম্বন্ধীয়া ককাদেউ হয়। বৰ-চাহাবে কলে "আহা, তুমি মোৰ ওচৰতে বহাহি। কি নাম তোমাৰ?"

: শ্ৰীবন্ধনা শইকীয়া।

: বাঃ বঢ়িয়া নামহে তোমাৰ? বন্দনা শইকীয়া কাকো বাদ্ধি নাৰাখাতো? তাই হাঁহিলে।

: আহা, মোৰ শুচৰত বহাহি।

আহিল বন্দনা শইকীয়া মন্দাক্রান্তা খোজত, অফিচৰ কেৰাণী, টাইপিষ্ট, বাবুসকলৰ টেবুলৰ মাজে মাজে, উৰাজাহাজৰ পৰিচাৰিকা-সকলৰ দৰে বন্দনা আহি বৰ চাহাবৰ টেবুলৰ সন্মুখত সজাই থোৱা চকিত বহিল।

ইতিমধ্যে অফিচ অলপ নিজম পৰিছিল। ধুমুহা বৰষুণ হৈ যোৱাৰ পিছত প্রকৃতিৰ যেনে এটা শান্ত পৰিবেশ পৰিলক্ষিত হয় —তেনেকৈয়ে অফিচখনো নিজম হোৱাৰ দৰে হৈছিল। সকলো-বোৰ নিস্তব্ধ। এই নিস্তব্ধতাৰ কাৰণ নেহোৱা নহয়। ছোৱালী-জনীৰ লগত বৰ চাহাবে কি কথানো পাতে—তাকে জানিবলৈ সকলোৱে কাণ থিয় কৰিছে। তেওঁলোকে দেখাত কামকাজত যেন খুব মনোযোগ দিছে—এনেকুৱা লাগে। আনদিনাখন যিখন অফিচত মানুহে বজাৰ বুলি ভুল কৰিব খোজে—সেইখন অফিচ হঠাতে এনে নিস্তব্ধ হোৱাত বৰ চাহাবেও বৰ অস্বস্তি অনুভৱ কৰিলে। কথা পাতিবলৈওতো সুবিধা এটা লাগে।

অলপ পিছতে ছোৱালীজনী গ'ল। আকৌ অফিচখন মুখৰ হৈ উঠিল। কোনো এখন মিটিংত সভাপতিয়ে সভা ভংগ বুলি কোৱাৰ পিছতে উপস্থিত সমজুৱা সকল যাবলৈ উদ্যত হৈ যেনেকৈ গুণগুনাই কথা পাতে, দৰাঘৰীয়া লোকে বিয়াৰ কইনজনী চাই উঠি যেনেকৈ নানা মন্তব্য কৰাত ব্যস্ত হৈ পৰে তেনেকৈ অফিচখনো গুণগুণনিৰে মুখৰ হৈ পৰিল।

পিছদিনাও ছোৱলীজনী আহিল। কাৰোফালে নাচাই, প্রতি-যোগিতাত কলহ ভাঙিবলৈ যোৱা ছোৱালীৰ দৰে এক ধ্যানে, একমনে পোনে পোনে বৰ চাহাবৰ কাষ পালে। সকলোৰে চকু থিয় হ'ল। ৰামেশ্বৰ হতভম্ব হ'ল। তেওঁৰ মনে মনে অসন্তুৱ খং এটা উঠিল। ইমান স্পর্দ্ধা!

বৰ চাহাবে কফি খুৱালে। মিঠাপান খুৱালে। হাঁহি—মাতি কথা পাতি অলপ পিছতে ছোৱালীজনী গ'ল।

গ'লমানে ৰামেশ্বৰৰ ওচৰেৰে পাৰ হৈ যাওঁতে চকু ঘোপা কৰি তেওঁ তাইক প্ৰশ্ন কৰিলে :

অই শুন ?

শুনিবলৈ সময় নাই।

ইমান স্পৰ্দ্ধা। এই সাহস তই ক'ত পালি ? সাহসৰ কথা নহয়, সন্মানৰ প্ৰশ্ন।

বন্ধনা শইকীয়া বলটো দেখি দৌৰি যোৱা প্লেয়াৰৰ দৰে দৌৰি গ'ল।

যা, তোৰ সন্মান মই কাইলৈ দেখুৱাম।

ৰামেশ্বৰ খঙত জ্বলি উঠিল। মুখৰ ভিতৰত ভোৰ ভোৰাই থাকিল। সন্মানৰ প্ৰশ্ন ? উঃ ইমান সন্মান জনা হলি ?

ৰামেশ্বৰৰ ভোৰ ভোৰণি শুনি আকৌ দুই-চাৰিজন আহি তাৰ ওচৰ চাপিল। তেওঁলোকে ৰামেশ্বৰক নানা ধৰণে উচটাই দিলে। বৰ চাহাবে ছোৱালীজনীক হাত কৰিলে ; অথচ যাৰ অনুগ্ৰহত তাই এইখন অফিচত সোমাবলৈ অধিকাৰ পালে—তেওঁকেই এনে অপমান কৰে ? ৰামেশ্বৰে এই কথা কেতিয়াও সহ্য কৰা উচিত নহয়—ইত্যাদি ধৰণে উচটনি দিলে। ৰামেশ্বৰে বৰ ভাল পালে। তাৰ দম্ভালি আৰু বাঢ়ি গ'ল। তাৰ শক্তিৰ জাহিৰ কৰিলে : এই ৰামেশ্বৰক চিনা নাই ? কিমানৰ সি ৰফা-দফা কৰিলে। ছঃ। বাঘ দেখা নাই—বাঘৰ বাট দেখিছু…।

কিন্তু সকলোকে আচৰিত কৰি দি ছোৱালীজনী মানে বন্ধনা-শইকীয়া, মিচ শইকীয়া অফিচত মুখ্য সহায়িকা হিচাপে জইন কৰিলে।

গোটেই অফিচত হুলস্থুল এটা লাগি পৰিল।

বিশেষকৈ হাইদৰ চাহাব আৰু ৰামেশ্বৰ খঙত জ্বলি-পকি উঠিল : কেনেকৈ হব পাৰে, এইটো কেনেকৈ হব পাৰে, অসম্ভৱ।…

অলপ পিছতে ইউনিয়নৰ সাধাৰণ সম্পাদক মিঃ সনাতন শৰ্ম্মা, সভাপতি মিঃ দণ্ডেশ্বৰ তালুকদাৰ আৰু আন সদস্য, কৰ্ম্মচাৰী কেন্টিন হলত মিলিত হ'ল আৰু সিদ্ধান্ত গ্ৰহণ কৰিলে বৰ চাহাবক ঘেৰাও কৰিব। তেওঁ বিৰাট অনিয়ম কৰি ছোৱালীজনী এপইন্টমেণ্ট দিছে। প্ৰতিবাদ কৰা হব। তেওঁৰপৰা উত্তৰ বিচৰা হব।

কিছুমান কলে: ঘেৰাও কৰা নহব। তেওঁক ইয়ালৈ মাতি অনা হওঁক। তেওঁ সমূহ বাইজৰ আগত উত্তৰ দিব লাগিব। তেওঁক ৰাজহুৱা ভাবে গৰিহণা দিয়া হওক আৰু শেষত ওপৰলৈ লিখা হওক।

শেষত এই সিদ্ধান্তই বাহাল ৰখা হ'ল। তেওঁক খবৰ দিয়া হ'ল—ইউনিয়নৰ মিটিঙত হাজিৰ হ'ব লাগে।

বৰ চাহাবে অকণমানো পলম নকৰিলে। হেড মাষ্টৰে অফিচ-কমলৈ মাতি পঠিওৱা ছাত্ৰৰ দৰে তেওঁ আহি সমজুৱাৰ আগত হাজিৰ হ'ল।

প্ৰধান সম্পাদকে তেওঁক মাতি পঠিওৱাৰ কাৰণ ব্যাখ্যা কৰিলে। বৰ চাহাবৰ মুখৰ ৰং অলপো সলনি নহল। তেওঁৰ মুখত কোনো ভাবাবেগ প্ৰকাশ নাপালে। এক নিৰ্লিপ্ত অভি-ব্যক্তিৰে তেওঁ উত্তৰ দিলে: মই জানো, আপোনালোকৰ ওচৰত এটা অপৰাধ কৰিছো। স্বাভাৱিকতে এইটো অপৰাধ বুলি আপোনালোকে গণ্য কৰিব নালাগে। কিয়নো আপোনালোকৰ ভালৰ কাৰণেই মই এইটো কৰিছো।

: আমাৰ ভালৰ কাৰণেই? আমাৰ কি ভাল, কি ভাল আমাৰ?? আটায়ে হুৰহুৰাই উঠিল।

বৰ চাহাবে কলে: শুনক, কি ভাল শুনক। ছোৱালীবোৰ সৌন্দৰ্য্যৰ আকৰ। ঘৰখনত ছোৱালী এজনী, মানে দিপলিপ গাভৰু এজনী নাথাকিলে ঘৰখনৰ কিবা সৌন্দৰ্য্য থাকেনে? আপোনা-লোকে বিহুগীতত পাইছেই নহয়—"বৰঘৰ শুৱনি গাভৰু ছোৱালী…। ঠিক তেনেকৈ অফিচ এখনতো ছোৱালী এজনী

থাকিব লাগে। বিশেষকৈ বন্দনাৰ দৰে ধুনীয়া ছোৱালী এজনী থকা মানে আমাৰ আটাইবে ভাল লগাৰ কথা নহয়নে? আপোনা-লোকে জানে—আজি-কালি কেছাৰী, কোৰ্ট, স্কুল, কলেজ, বেংক সকলোতে ছোৱালী এপইণ্টমেণ্ট হৈছে। ইয়াৰ মানে কি জানেনে? মানে-তেতিয়া হলে অফিচত কাম-কাজ ভালদৰে চলে।

মাজতে যদুনাথে কলেঃ হয়, হয়, আজি-কালি পানদোকান, চাহদোকান, হোটেল, কিতাপৰ দোকান আদিতো ছোৱালী বহি থাকে। খুব বিক্ৰী হয়। আটায়ে গৰ্জ্জনি মাৰি হাঁহে।

বৰ চাহাবে কলেঃ এয়া আপোনালোকে বুজি পাইছে? ভাল পাইছে, কথাটো সমৰ্থন কৰিছে। মোৰ বৰ আনন্দ লাগিছে। এতিয়া কুমাৰী শইকীয়াই আজি এটা পাৰ্টি দিব।

সকলোৱে হাত চাপৰি বজালে।

দিন গৈ থাকিল। লাহে লাহে সকলোবোৰ সহজ হৈ পৰিল। মানুহ সদায় অৱস্থাৰ দাস। এতিয়া ৰামেশ্বৰ আৰু হাইদৰ চাহাবেই কুমাৰী বন্দনা শইকীয়াক বেছি মৰম কৰে। মিঠা পান, চাহ, কফি, কাজু বাদাম, আঙুৰ, কল্যাণীৰ কাচা গোল্লা, লক্ষী কেবিনৰ সিঙ্গাৰা, বোম্বে চুইট হাউচৰ কচোৰি, চেৰ-ই-পাঞ্জাবৰ চো-চো আদি আনি দিয়ে। আন দুই-চাৰিয়ে বজাৰ কৰি দিয়ে, ৰিক্সা ঠিক কৰি দিয়ে। কেতিয়াবা হাইদৰ চাহাবে লিফ্টো দিয়ে। এতিয়া অফিচখনত সকলোৰে এটাই মাত্ৰ ধাউতি—বন্দনাক কোনে বেছি সন্তুষ্ট কৰিব পাৰে।

কিন্তু সকলোকে আচৰিত কৰি দি কুমাৰী বন্দনা শইকীয়াই এদিন ৰেজিগ্নেচন চাবমিট কৰিলে।

সকলোৱে তেওঁক আগুৰি ধৰি প্ৰশ্ন কৰিলেঃ ইয়াৰ কাৰণ কি?

ঃ মোৰ বিয়া হব।

ঃ বিয়া হলেই চাকৰি এৰি দিব লাগেনে?

ঃ তেওঁ হেনোচা কৰি কৰাটো পচন্দ নকৰে।

ঃ চাকৰিটোতকৈ স্বামী ডাঙৰ হ'লনে?

: মোৰ মনত দুয়োটাই সমান।

: তেনেহলে কাক প্ৰাধান্য দিয়া হ'ল ?

: মই স্বামীক দিলোঁ।

: যুক্তি ?

: চাকৰি নহলে স্বামীয়েই খুৱাব; কিন্তু স্বামী নাথাকিলে চাকৰিয়ে স্বামী দিব নোৱাৰে।

: পাৰে, পাৰে। চাকৰি কৰা ছোৱালীৰ স্বামীৰ অভাৱ নাই।

: হলেও মনে বিচাৰা স্বামী পোৱা টান!

: বাৰু, তোমাৰ ভাবী স্বামীক ইয়ালৈ লৈ আহা। আমি তেওঁক বুজাম।

: তেখেত ইয়াতেই আছে।

সকলোবোৰ আচৰিত হ'ল। এক পৰম আশ্চৰ্য্য আৰু ঔৎসুক্যৰ দৃষ্টিৰে ইজনে সিজনৰ মুখলৈ চোৱা-চুই কৰিলে। বেছি ভাগৰে দৃষ্টি থাকিল বন্দনাৰ ওপৰত।

: কোৱা ? কোৱা ? নাম কোৱা তুৰন্তে ? চিঞৰ-বাখৰ আৰম্ভ হ'ল। যেনিবা এইখন অফিচ নহয়েই।

নাম কৈ দিলে; বন্দনা শইকীয়াই নাম কৈ দিলে শ্ৰীপৰমেশ-বৰুৱা নিম্নবৰ্গৰ সহায়ক।

আচৰিত। সকলো আচৰিত। চাহাব, বৰ চাহাব, বিষয়াবৰ্গ সকলো আচৰিত। স্বামীনো আৰু বিচাৰি নাপালেনে? ইমান গাল বিষয়াবৰ্গ থাকোঁতে নিম্নবৰ্গৰ ক্লাৰ্ক এজনক ললে!!

একেবাৰে শেষত, কোনো দিনে মাত নমতা বুঢ়া ( ৰিটায়াৰ কৰিবলৈ আৰু দুবছৰ আছে ) শ্ৰীলম্বোদৰ দাসে মন্তব্য দিলে: আৰে ভাই, সব নাৰিকল, সৰু মাছ সোৱাদ সদায় বেছি। আৰু পানীজাহাজ সদায় তলে তলেই চলে।

কিন্তু পৰমেশ বৰুৱাক বুজনি দিবলৈ কোনেও আগবাঢ়ি নগ'ল।



# পিছত মইহে

তেওঁক লগ পাইছিলো আলিৰ দাঁতিত। দুবৈৰ পৰা দেখিয়েই চিনিব পাৰিছিলো—সেইজন বিজয়বাবু হয়। সদায় একেজোৰেই কাপোৰ, কাষলতিৰ তলত এটা ডায়েৰী, ভৰিত অৰ্দ্ধ ক্ষয়প্ৰাপ্ত এজোৰা হাৱাই চেণ্ডেল—গাটো হলাই হলাই জপং জপং কৈ খোজ-কাঢ়ি ফুৰা সেইজন বিজয়নাথ বুলি সকলোৱেই চিনি পায়। তেওঁ আহি আছিল—মই গৈ আছিলো। ভাবিছিলো মাজপথত ভেটা ভেটি হয়। কিন্তু তেওঁ ফালৰি কাটি, মই গৈ নৌপাওঁতেই আলিৰ দাঁতিত কৃষ্ণচূড়া এজোপাৰ তলত অস্বাভাৱিক অৱস্থা এটাত দেখি তেওঁক মাত নিদি কাষতে নেদেখা ভাও ধৰি থিয়হৈ থাকিলো।

তেওঁৰ ওচৰেদি অৱশ্যে ইতিমধ্যে অসংখ্য মানুহ অতিক্ৰম কৰি গ'ল। বিজয়নাথৰ দৰে মানুহেও নিলাজৰ দৰে এযেবোৰ কাম কৰিলে স্বাভাৱিকতে বেয়া দেখি। তদুপৰি তেওঁ দেশ-বিদেশৰ ক'ত ঠাই ভ্ৰমণ কৰিছে, চাফ চিকুনতা সম্পৰ্কে ক'ত সভা-সমিতিত বক্তৃতাও দিছে।

নাথ সম্পৰ্কে অলপ জানিলোৱা ভাল। তেওঁ অসম চৰকাৰৰ এজন উচ্চপদস্থ বিষয়া। অৱসৰ ল'বলৈ বোধ হয় আৰু এক ডেৰ বছৰ আছে। বহু বছৰলৈ বিয়া নকৰাওঁ নকৰাওঁ বুলি থাকি শেষত বৃদ্ধই তৰুণী ভাৰ্য্যা অনাৰ দৰে আইকনক বিয়া কৰালে। আইকন জনা বুজা ছোৱালী। প্ৰয়োজনতকৈ অলপ বেছি শকত বাবেই ইমান দিনে কোনোৱে বিয়া কৰোৱা নাছিল। বিজয়নাথে আই-কনক আনিলে। আইকনৰ কথা পিচত কম। এতিয়া বিজয়বাবু একপ্ৰকাৰ আইকনক লৈয়েই ব্যস্ত। নিজৰ নানা কাম বন নেওচি থৈ হলেও আইকনৰ কামখিনি আগেভাগে কৰিব।

বিজয়বাবুৰ মতে চকুৱে চকুৱে পৰাত মই মিচিকিয়া হাঁহি এটা মাৰি ক'লো: আপোনালৈ অপেক্ষা কৰি আছো। কাম এটা

আছিল। বিজয় বাবুৱে মুখেৰে থুৰাই উত্তৰ দিলে—কথা পাতিবলৈ মোৰ সময় নাই ভাই, মিচেছ বৈ আছে জয়পুৰ জুৱেলাৰ্চত। তাৰ পৰা আমি যাম অশোকা কাৰ্ণিছিঙত।

তাৰ পাছত হোটেল নন্দনত এটা পাৰ্টি আছে—তাতে এটেণ্ড কৰিব লাগিব। ভেৰি বিজি।

সঁচাকৈয়ে বিজয়নাথ আজি-কালি বৰ ব্যস্ত। তেওঁৰ চাকৰী-কাল শেষ হ'বলৈ বৰ বেছি দিন নাই বাবেই হ'বলা ব্যস্ততাও দিনে দিনে বাঢ়ি গৈছে। চাকি নুমাবৰ সময়ত বেছি জ্বলাৰ দৰে বিজয় বাবুৰো ব্যস্ততা বাঢ়ি গৈছে। সময়ৰ শৰ মাৰিব পাৰিলেহে শৰ পছৰ মঙহ খাব পাৰি। ছেগ চাই জ্যাপ মাৰিব পাৰিলেহে গড় খাৱৈ পাৰ হ'ব পাৰি, এইবোৰ বুদ্ধি বিজয় নাথক শিকাব নেলাগে, গতিকে ব্যস্ততা তেওঁৰ বাঢ়িবই।

আজি এদিন মাজবাটতে বিজয়নাথক ঘৈণীয়েক আইকনৰ সৈতে লগ পাইছিলো। শ্ৰীমতী আইকন বালা নাথ। কিন্তু বিজয়বাবুৱে পৰিচয় কৰি দিলে: মাই মিচেছ আইন্নু কুমাৰী নাথ। কিতাপপত্ৰ খুব পঢ়ে দিই। মই নমস্কাৰ জনালো। কুমাৰীয়ে খুব আন্তৰিক-ভাৱে ক'লে—যাবচোন আমাৰ তালৈ। নেযায় কিয় আপোনা-লোক? মই গল্প উপন্যাস পঢ়ি খুব ভাল পাওঁ। দুখনমান কিতাপ লৈ যাবচোন। মই যোৱাৰ প্ৰতিশ্ৰুতি দিলোঁ, তেওঁলোকে "বাক, আহোঁ দেই, আমাৰ মাৰ্কেটিং আছে" বুলিকৈ আকৌ ৰাখি থোৱা ৰিক্সাখনত জাপ মাৰি উঠিল।

মিচেছ নাথৰ কথা-বতৰা, চাল-চলনত বিশেষ আভিজাত্য নাই। যদিও তেওঁ বিয়াৰ ন-কইনাৰ দৰেই সাজপাৰ পিন্ধিছে, চকুত অঞ্জন, ওঠত ৰং, গালত গোলাপী ৰং আদি ঘঁহি একেবাৰে চহৰৰ মডাৰ্ণ ছোৱালীৰ দৰে হবলৈ চেষ্টা কৰিছে—তথাপিও তেওঁৰ গোটেই শৰীৰটোত গাৱঁৰ আৱেশ এটা আছে। বিজয়নাথে আনি জাতত উঠাব খুজিছে। হাজাৰ হ'লেও আইকন এতিয়া বিষয়া পত্নী।

বিজয় নাথো গাৱঁৰ ল'ৰা, সেইভাকে গাৱঁৰ হাটতে কচু চেকীয়া

লাই বেঙেনা বেচি বিজয়ক কোনোমতে মেট্রিকলৈ পঢ়ুৱাইছিল। তেতিয়াৰ দিনত মেট্রিক পাছ কৰি চাকৰি পোৱা বৰ সহজ আছিল। দৰখাস্ত কৰিলেই মাতিনি চাকৰি দিছিল। তেনেকৈ বিজয় নাথেও চাকৰি এটাত সোমাই পৰিল। প্ৰথমতে নিম্নবৰ্গৰ সহায়ক, পিছত উচ্চ বৰ্গৰ আৰু পিছত পৰিদৰ্শক তাৰো পিচত জ্যেষ্ঠ পৰিদৰ্শকৰ— এনেকৈ দোপতদোপে উঠি শেষত পালেগৈ এয়া উচ্চ পদৱী।

তেতিয়াই আহি পৰিল আভিজাত্যৰ কথা। আভিজাত্য বহুত কাৰণত আহে। টকা-পইচা হ'লেও আভিজাত্য আহে, উচ্চ পদৱীৰ চাকৰিৰপৰাও আহে; আৰু বৃদ্ধস্য তৰুণী ভাৰ্য্যাৰপৰাও আভিজাত্য আহে, বিজয় নাথৰ বেলিকা শেষৰটো বেছি প্ৰযোজ্য আছিল বুলি ধৰিব পাৰি। কিয়নো তেওঁ বিয়া নকৰাব বুলি সিদ্ধান্ত গ্ৰহণ কৰি শেষত জীৱনৰ অৰ্দ্ধেক বয়সত কি জানো মন গ'ল—আইকনক আনিলে। আইকনেও এই সুযোগ নেৰিলে। ৰাণী ফুলেশ্বৰীয়ে যেনেকৈ বৰ ৰজা হ'বলৈ পাই উঠিৰজা বহিৰজা হৈছিল—আইকন বালা নাথেও আইমু কুমাৰী নাথ হৈ বিজয় নাথকো হাতৰ পুতলা কৰি পেলালে।

বিশ্ববিদ্যালয়ৰ উচ্চ ডিগ্ৰী নথকাকৈয়ো পৃথিৱীত বহুত মানুহ বিখ্যাত হোৱা বুৰঞ্জীত আছে। ডিগ্ৰী নেথাকিলেও শ্ৰীমতী আইকন বালা নাথে স্বামীক বশীভূত কৰাত বেচ সিদ্ধহস্ত হৈ পৰিল।

ইয়াৰ প্ৰধান কাৰণ দুটা। এটা শ্ৰীমতী আইকনৰ ৰূপ লাৱণ্য। আনটো বিজয় নাথৰ লেক-পেটু নোহোৱা চৰিত্ৰ। নাথৰ পত্নী আইমু কুমাৰী সঁচাকৈয়ে বৰা ধুনীয়া তিৰোতা। ঘৰতে হওঁক বাহিৰত হওঁক অনবৰত সাজিকাচি ধুন পেছ মাৰি ফুৰে। ঘৰত থকা অৱস্থাতো তেওঁ এনেভাৱে সাজিকাচি থাকে যে দেখিলে ভাব হ'ব যেন কৰবালৈ বিয়া সবাহ খাবলৈহে ওলাইছে। কিন্তু আচলতে তেনে নহয়। তেওঁ তেনেকৈ ধুন পেচ মাৰি ঘৰতে বহি থাকে। আনফালে শ্ৰীনাথ ইয়াৰ বিপৰীত। তেওঁ ঘৰত থকা অৱস্থাত গামোছা, লুঙি, পায়-জামা, যি হাতত পৰে তাকে পিন্ধি থাকে। চুলিত তেল ঘহিবলৈ

সময় নেপায়। দাড়ি-গোঁফ মুখুৰায়। দাঁত নঘঁহে। তামোল চোবায় থাকে বাবে দাঁতৰ মলি কাৰো চকুত নপৰে। পিন্ধা কামিজৰ একো মানদণ্ড নাই। হাফচার্ট, ফুলচার্ট, হাৱাইন চার্ট সকলোবোৰ ব্যৱহাৰ কৰে। কিন্তু ফটা-চিটা অৱস্থালৈ কেৰেপ নকৰে। অলপ-চলপ লেতেৰা হ'লেও বৰ বেছি নাভাৱে। ভৰিৰ চেণ্ডেলত ৰং দিয়া দুবৈৰ কথা চেণ্ডেলযোৰ পিন্ধাৰ অনুপযোগী হ'লেও যে সলাব লাগে তাৰো ভ্ৰূক্ষেপ নাই।

গিৰিযেকৰ এইবোৰৰ প্ৰতি চকু দিবলৈ শ্ৰীমতী আইনু কুমাৰী নাথৰো সময় নাই। কিন্তু মুখেৰে লেৰেলা যাদৰ বাঢ়িয়াকৈ দেখুৱাই। অলপ জিৰণি-চিৰণি লবচোন। এনেকৈ টলো টলোকৈ ঘুৰি-ফুৰি শৰীৰটো ঘুণীয়া নকৰিব। বিজয় নাথৰ বাবে সেয়েই যথেষ্ট।

এদিন গাঁৱলৈ যাওঁতে একেখন বাচতে গ'লো বিজয় বাবুৰ লগত। বচ্ মই আৰু মুখ মেলাৰ প্ৰয়োজনেই নহ'ল। আধা বলিয়া মানুহৰ দৰে কেৱল বকি গ'ল। কাণ কলা কৰি দিলে। কিন্তু তাত ৰাজনীতিৰ কথা আলোচনা কৰাৰ প্ৰয়োজন নাই। ভালদৰে খাবলৈ আৰু থাকিবলৈ পালে নীতি কৰাৰ কোনো দৰকাৰ নাই। নাথৰ এটাই মাথো চিন্তা টকা কৰিব লাগে। টকা ঘটাৰ পথ উলিয়াব লাগে। টকাইহে সমাজত নাম ৰাখি থৈ যাব পৰে ইত্যাদি তেওঁৰ ধাৰণা।

সঘনাই লগ পোৱা মানুহজনৰ লগত নানা কথা ওলায়। শ্ৰীনাথো লগ পোৱা মানুহবোৰৰ এজন। তেওঁৰ খং নাই। কিন্তু অভিমান আছে। সেই অভিমানটো অন্তৰ্নিহিত। বাহিৰত তেওঁ প্ৰকাশ নকৰে। প্ৰকাশ পাব বুলিয়েই হ'বলা তেওঁক সঘনাই লগ পালেও বৰ ব্যস্ততা দেখুৱাই এৰা দি ফুৰে। পৃথিৱীত যেন তেৱেঁই ব্যস্ত মানুহ।

এদিন লগ পাওঁতে নাথলৈ আলোচনী এখন আগবঢ়াই দি ক'লো: আমাৰ পৰিষদৰ এইখন বছৰেকীয়া প্ৰকাশ আপুনি এখন কিনক। তেওঁ এক ভয়ংকৰ বিপদত পৰা মানুহৰ দৰে ক'লে:

নাই নাই ভাই এইচব পঢ়াৰ মোৰ সময় নাই। নালাগে, নালাগে দিয়ক মই এইচব আলোচনী-ফালোচনী একো নিকিনো। তেওঁ যেন বাঘ এটাৰ হাতৰ পৰাহে সাৰি গ'ল এনেভাৱে পলায়ন কৰিলে।

এদিন এখন গহনাৰ দোকানৰ সমুখত তেওঁক লগ পালো। চাঁদা তোলা বহী এটা আগবঢ়াই দি ক'লো: আমাৰ পৰিষদৰ মাটিত ঘৰ এটা বান্ধিবলৈ ওলাইছো বহুত টকাৰ প্ৰয়োজন। আপোনালোকৰ পৰাও এটা মোনা দান বিছাৰিছো। লগত শ্ৰীমতী নাথো আছিল। আজি তেওঁৰ মুখৰ ৰং ভয়ংকৰ বিপদত পৰা মানুহৰ দৰে দেখা নগ'ল। কিন্তু খং উঠিছিল। মোক ক'লে: আপুনি কিবা বেপাৰ কৰি ফুৰে নেকিহে? আজি কি কিতাপ, কালি কি চাঁদা তোলা বহী—এইবোৰকে লগত লৈ ফুৰে নেকি। শ্ৰীমতী নাথে অৱশ্যে অলপ লাজ পাইছিল। আমাৰ ঘৰলৈ এদিন যাবচোন: তেওঁ ক'লে। আপোনাক মাতিয়েই আছোঁ, যোৱা নাই। যাব বুজিছে—এদিন যাব। নাথ গহনা চোৱাত ব্যস্ত হ'ল। ইতিমধ্যে শ্ৰীমতী আইনু কুমাৰী নাথৰ ওচৰত ভালেকিজন মানুহ থুপ খালে। কোনোৱে "বাইদেউ, কোনোৱে "মিচেজ নাথ" ইত্যাদি সম্বোধনেৰে মাতি নানা কথা সুধি ব্যতিব্যস্ত কৰিলে, তেওঁলোকে ময়ো যে এটা প্ৰাণীয়ে কথা পাতি আছোঁ, শ্ৰীমতী নাথৰ লগত যে স্বামী শ্ৰীবিজয় নাথো আছে তাক পাহৰিয়েই গৈছে। বহুত মানুহে এইখিনি ভদ্ৰতা নাজানে। স্থান-কাল-পাত্ৰ পাহৰি কথাৰ ওপৰত কথা পাতে।

শ্ৰীমতী আইনু কুমাৰী নাথৰ লগত কথা পতা মানুহবোৰ বৰ তোষামোদকাৰী: আই ঐ বাইদেউ ইমান ধুনীয়া কাপোৰ-শাৰী পিন্ধিছে, ইমান ধুনীয়া খাৰু কেতিয়া বনালে, ঘড়ীটো নিশ্চয় ফৰেন, বহুত দামী হবদেই আমাক খুৱাব লাগিব দেই,—ইত্যাদি ইত্যাদি ধৰণৰ তোষামোদ কৰিছে। শ্ৰীমতী নাথেও: সঁচা, ভাল পাইছা, থেংক্ ইউ দেই, শাৰীখন মোৰো খুব পচন্দ, ঘড়ীটো চাইনিজ, মোৰ মামা এজনে মণিপুৰৰ পৰা আনি দিছে। ছুৰ কলিকতাত বনাই

আনিছো। হব, হব খুৱাম তোমালোকক/আপোনালোকক। যাব-চোন আমাৰ ঘৰলৈ ইত্যাদি ইত্যাদি।

তিনিবাৰে নিবাৰ। আৰু এদিন বিজয়নাথক বাটতে ধৰি পেলালো: কলেজ এখন পাতিছো। ফাণ্ড বৰ দুৰ্বল। অলপ দান আগ বঢ়াওক, বুলি বহীটো আগবঢ়াই দিলো। তেওঁ আজি থং নকৰিলে। ভয়ো নাখালে। মাথো কলে: আপুনি দেখোন মোক নেৰিছে। দিয়ক দিয়ক। বহীটো লৈ পাত লুটিয়াবলৈ ধৰিলে। কোনে কি দিছে চালে আৰু কলে: লেখক, লেখক এক টকা লিখক। পইচা নাই। বৰ টান হেৰি। মোৰ হাঁহি উঠিল। কিন্তু তেওঁলৈ থকা ঘৃণা খিনি বাহিৰত প্ৰকাশ নকৰি ৰচিদ বহীটো বেগত সুমুৱাই লৈ কলো: এইটো বহীত এটকা দান বৰঙণি কাৰোৱেই লোৱা নাই, নালাগে দিয়ক। পিছত কেতিয়াবা লম। তেওঁ অকণ মানো ফিল নকৰিলে। কলে—বৰ বৰ শেঠ বিলাকে এশ টকা দিলে—আমি এটকাই দিয়া উচিত হেৰি, যি সকল লোকৰ মাহিলী ইনকাম সাত লক্ষ টকা তেওঁলোকে অনায়াসে এশ টকা দিব পাৰে। আমি চাকৰি কৰা মানুহ। তাতে আকৌ অৱসৰৰ সময় হৈছে। পাঁচ টকা চাঁদা দিয়া আমাৰ পক্ষে টান। হিঃ হিঃ। বিজয়বাবুৱে হাঁহিলে আৰু আমাৰ সংগ ত্যাগ কৰিলে।

তেওঁ যোৱাৰ পাছত বহু সময় তেওঁৰ কথাই ভাবি থাকিলো। মানুহ এনে কৃপণ কিয় হব পাৰে? নলিনী দাসো এনে এজন যখ। বঙালী বিহুৰ চাঁদা তুলিবলৈ যাওঁতে তেৱো বাওঁ হাতেৰে এটা টকা উলিয়াই দি কৈছিল: কিহৰ বিহু পাতিব লাগে? ঘৰে ঘৰেই বিহু। নাচিবলৈ আৰু গান গাবলৈ মানুহ মাতি আপোনালোকে পইছা দিয়ে—ইট্ ইজ ব্যাড্। ইংৰাজীও কয়। শ্ৰীদাস চাহ পাতৰ কাৰবাৰী। ছয় প্ৰকাৰৰ চাহ পাত লগ লগাই এক নম্বৰ চাহ তৈয়াৰ কৰে। এশ গ্ৰামত ৫ গ্ৰাম মাৰি গ্ৰাহকক ঠগায়। বি বিজয়বাবুৰ লগত এদিন একে লগে আমাৰ বিয়া এখন খোৱাৰ সৌভাগ্য ঘটিছিল। খালে। লুচি, তৰকাৰী, মিহিদানা, মিঠাই

দৈ, মুখেৰে উগাৰ অহাকৈ খালে। খাই উঠি বভাতলত বহি ভজা গুৱামুৰি, তামোল চিগাৰেট' মুঠা মুঠি খালে। মোক মনে মনে সুধিলে: কি আনিছে বক্কৰা? মই ভাল ফাউন্‌টেন পেন এটা অনা বুলি কলো। দাম সুধিলে। কলো: ইমান দামী পেন আনিছে? আপোনাৰ সম্বন্ধীয় নেকি হে? মই একো সম্বন্ধীয় নহয় বুলি কলো। চিনাকি বন্ধু মানুহ মাতিছে। গুদা হাতে কেনেকৈ আহে? তেওঁ কলে: অসংখ্য মানুহ। ইমান ভিৰৰ মাজত মই দিয়া বস্তুৰ কোনে খবৰ ৰাখে হেৰি? মই এটকা দিম বুলি ভাৰিছিলো, পিছে নিদিওৱেই দিয়ক। একো নিদিয়াকৈ কইনাৰ বাপেকক মাত লগাই গুছি আহিল নাথ।

বাটত মোক কলে—পেটটো বৰ টান হ'ল। ৰিক্সা লব নেকি? ৰাতি আৰু খোৱা লোৱা নকৰোৱেই।

মই ৰিক্সা এখন মাতিলো। অকণমান ৰিক্সাখন যাওঁতেই বিজয়-বাবুৱে মোক অনুৰোধ কৰিলে: আহক নহলে, আমাৰ ঘৰলৈকে যাও আজি। মিচেছেও আপোনাক মাতি থাকে। মই কলো: আজি নাযাও। পেট ভৰি আছে। খাম কি আপোনাৰ ঘৰত। কাইলৈ যাম বাৰু। নাথে ক'লে: খাব আৰু কি? খুৱাবলৈ কিটো আছে আজিকালি ভাই। দিন কাল যিহে হ'ল—একো পাবলৈকে নাই। আহক নগলে নাই, মোক ৰিক্সাৰেই অলপ আগুৱাই থওক।

পিছ দিনাখন নাথৰ ঘৰ ওলালো গৈ। কি চমৎকাৰ ঘৰ। ঘৰ বুলি কলে সুগুৱাৰ—ফ্ল্যাট। ইংলিচ ষ্টাইলৰ। সমুখত এখন সুন্দৰ ফুলনি। দেশী বিদেশী নানা ধৰণৰ / বৰণৰ ফুল ফুলি আছে। সিদিনাখন বতৰ আছিল ফৰকাল।

মই গৈয়েই দেখিলো বাগিছাৰ ফুলৰ মাজত শ্ৰীমতী আইনু-কুমাৰী নাথ থিয় হৈ ফুলনিৰ ফুলবোৰৰ দৰেই বহুৰঙী। ডাঙৰকৈ খোপা বান্ধি তাতে ফুল গুজিলৈছে। মোক দেখিয়েই—আহক বক্কৰা চাহেব। আজি কি ভাগ্য। আমাৰ অতদিন মাতি মাতি আনিব নোৱাৰো, আজি নিজে আহিছে। আহা-হা কিমান ভাল

পালো। হেৰি হেৰি শুনিছেনে, মিঃ বৰুৱা আহিছে, আহক চোন। নাথক মাতিলে আৰু মোক ফুলনিৰ দুৱাৰ খুলি ফুলবোৰৰ ফুলি থকা নানা ধৰণৰ ফুলবোৰৰ মাজলৈকে মাতি নিলে।

শ্ৰীবিজয় কুমাৰ নাথ ওলাই আহিল। আঠুৰ মুৰলৈকে পিন্ধা এখন গামোছা আৰু হাতত এখন দা লৈ ঘাসি জমি মোক মাত লগালে। —বৰুৱা আহিছে? আপুনি এওৰ লগতে ফুল চাওক। আমাৰ এও ফুল বৰ ভাল পায়। বুজিছেনে? মই বাৰীৰ পিচ-ফালে অলপ জংগল হৈছে—তাকে অলপ কাটি দিছো বুলি শ্ৰীবিজয় নাথ অসম চৰকাৰৰ এজন উচ্চ পদত থকা বিষয়া শ্ৰীনাথ হাজিৰা কৰা মানুহৰ দৰে পিচফালে সোমাই গ'ল।

ফুল, গান, কবিতা, এই বোৰে আমাকো আকৰ্ষণ কৰে। কিন্তু বিজয়বাবুৰ কথাই আমাক ফুলৰ কথা, সুন্দৰী গাভৰু তিৰোতা আইকণৰ কথাও পাহৰাই ৰাখিলে। জয়পুৰ জুৱেলাৰ্চত গহনা কিনা, অশোকা ফাৰ্ণিচিঙত পৰ্দা, কুচন কিনিবলৈ যোৱা, হোটেল নন্দনত পাৰ্টি এটেও কৰা এইজন শ্ৰীবিজয় নাথ হয়নে? চকুকেই বিশ্বাস কৰা নাযায়।

ইফালে আইনু কুমাৰী নাথে কলে: আহক আহক, বৰুৱা চাহেব, ইমান নিমাত হৈছে কিয়? আপুনি ফুল বেয়া পায় নেকি? আই ঐ দেহি, চাওকচোন সূৰ্য্যমুখীজোপা কেনেকৈ হালি জালি আছে। মই কলো: হয়, নকইনাই অকণমান ওৰণি টানি লাজতে তলমুৰ কৰি আছে।

সঁচা? আপুনি কৱিতা লিখে? হয়, লিখো। মোৰ কৱিতা পঢ়িছেনে? : নাই নাই—পঢ়া নাই। তেনেবোৰ কিতাপ আমাৰ মিষ্টাৰে নানেই। বুইছে। কি কিতাপ মানে বন্ধন প্ৰকৰণ প্ৰশাসনিক অভিধান, অফিচ মেনুৱেল, ঘৰতে হোমিওপেথিক শিকো আহক, পচন সাৰ কেনেকৈ তৈয়াৰ কৰিব পাৰি ইত্যাদি কিতাপবোৰ কিনি আনে। এইবোৰ কিতাপ পঢ়ি ভাল নালাগে জানে? আহক ভিতৰত বহোগৈ।

ভিতৰত বহিলোগৈ। ড্ৰয়িং ৰুমটো ভালকৈয়ে সজাইছে। অলপ পিচতে নাথ চাহাবো আহি বহিল। মোক বহুৱাই থৈ শ্ৰীমতী নাথ ভিতৰ ফালে সোমাই গ'ল। ক্ষন্তেক পিচতে চৰবত আৰু কল লৈ আহিল। শ্ৰীনাথে মোক সুধিলে: অহাৰ কিবা উদ্দেশ্য আছিল নেকি? মই একো উদ্দেশ্য নাই বুলি কলো। তেওঁ: আপুনি সাহিত্য কৰা মানুহ বোলো কিবা কিতাপ চিতাপ বেচিবলৈকে আহিল নেকি; নে চাঁদা তাদা কে বিছাৰি আহিল। মই কলো: সকলো সময়তে মানুহে এনে কাম নকৰে নহয়। আপুনি মানুহটো বৰ সাংঘাতিকহে। মোৰ খং উঠিছিল। শ্ৰীমতী নাথে বুজি পালে। তেওঁ গিৰিয়েকক ককৰ্থনা কৰিলে। আপুনি সামান্য ভদ্ৰতা কনো শিকা নাই। সকলো মানুহকে এনে ব্যৱহাৰ নকৰিব চোন। অফিচৰ বচ আহিলে দেখোন আথাপ থাপ লগায়, ডাঙৰ ডাঙৰ বিজিনেচ মেন আহিলে দেখোন—ক'ত থব ক'ত নথব লগায় —আৰু এতিয়া সাহিত্যিক এজন আহিছে—সন্মান শিকা নাই। শ্ৰীনাথে: হব দিয়া হব দিয়া মনে মনে থাকা। আমি অফিচত চাকৰি কৰা মানুহ। সাহিত্য ফাহিত্য কি বুজো হে? বাৰু বৰুৱা আপুনি অলপ বিশ্ৰাম লওক মেমচাহাবৰ লগত কথা পাতক। মোৰ কাম আছে।

শ্ৰীমতী নাথো ক'লে: মানুহজনক লৈ মোৰ ডাঙৰ সমস্যা হৈছে। স্থান কাল পাহৰি কেৱল নিজৰ মনৰ কথা প্ৰকাশ কৰি দিয়ে। কোনো কথাতে ইন্টাৰেষ্ট নাই। কেৱল পইচা পইচাকৈ থাকে। তেওঁ এটা দীঘল হুমুনিয়াহে এৰিলে। : ডাঙৰ অফিচাৰ, এটা ষ্টেণ্ডাৰ্ড বজাই ৰাখিব লাগে। তাকো নাজানে, আকৌ ক'লে।

: হয়, তেখেতৰ মতিগতি দিনে দিনে বৰ বদলি গৈছে। তেখে-তেতো এদিন কৈছিল—আপুনি কিতাপপত্ৰ পঢ়ি বৰ ভাল পায় বুলি, পিছে ক'তা, আপুনি যিবোৰ কিতাপ কিনা বুলি ক'লে—সেইবোৰ পঢ়ি আপুনি জানো ভাল পায়?

: নহয় নহয় মানুহটোৱে আৰু অইন বহুত আলোচনী আনে।

কিন্তু আপোনাক সেইবোৰ আলোচনী আৰু কিতাপৰ নাম কৰলৈ লাজেই লাগে। ইমান অসভ্য ছবি থকা কিতাপ আলোচনীও মানুহে লিখেনে? —ভাবিলে লাজেই লাগে।

: সেইবোৰ কিতাপ/আলোচনী কিনি নাথ বাবুৱে পইচা খৰচ কৰেনে?

: নিকিনে। "মেগাজিন ক্লাবৰ" মেম্বাৰ। আনে মোক পঢ়িবলৈ আৰু পঢ়া হ'লে ঘুৰাই দিয়ে। পঢ়ো মানে ছবিবোৰ চাওঁ আৰু। পঢ়া ক'ত হয়। দুটা-এটা অলপ ভাল লাগিলে পঢ়ো। পইচা ভৰি কিতাপ কিনা ভকত এওঁ নহয়।

: টকা পইচাটো এখেতে ঢেৰ কৰিছে। ঘৰ-দুৱাৰ সাজি একেবাৰে গজগজীয়া হৈ বহি আছে। অথচ মানুহজনক দেখিলে ইমান বোৰ সম্পত্তিৰ মালিক বুলি ধৰিবই নোৱাৰি। বাৰু মিছেচ নাথ, অযথা আপোনাক আমনি কৰিলো। বেয়া নাপাব। যাওগৈ দেই।

: আই ঐদেহি, বেয়া কেলেই পাম। আপুনি আহি থাকিব, প্ৰায়ে আহি থাকিব। আপুনি অহাত আজি যিমান ভাল লাগিছে —চিফ অফিচাৰ, মিঃ চৌধুৰী, ইঞ্জিনিয়াৰ মিঃ কাকতি বিজিনেচ মেন মিঃ দুৱৰাহঁত আহিলে মোৰ তেনে ভাল নালাগে বুইছে। তেওঁলোকৰ কেৱল টকা-পইচা, চিনেমা, টিভিৰে কথা।

: ধন্যবাদ। বৰ ভাল লাগিল আপোনাৰ কথা শুনি। কোনো দুখ নকৰিব। তেখেতে টকা ঘটি ন্যায্য কামত লগাইছে। ভৱিষ্যতে ল'ৰা-ছোৱালীহঁতে সুখত খাব পাৰিব। বিদায়ৰ শেষ মুহূৰ্ত্তৰ কথাখিনিয়ে তেওঁক আঘাত কৰিলে হ'বলা, তেওঁৰ পিনে যেতিয়া চালো চকু দুটা সেমেকিছে। গোলাপৰ পাহিত দুটোপাল পানী ৰৈ থাকিলে যেনে দেখি শ্ৰীমতী আইনু কুমাৰী নাথৰ গালৰ,ওপৰত ৰৈ থকা পানী দুটোপালো তেনে লাগিছিল। বেয়া লাগিলেও গুচি আহিলো। বাটে বাটে আহি থাকোঁতে মোৰ মনত বাৰে বাৰে প্ৰশ্নই ভুমুকি মাৰিছিল। মানুহসকলো পৰিৱেশতে সুখী হ'ব নোৱাৰে। নে আন কিবা দুখে আইনুৰ চকু সেমেকাইছে? জানিবলৈ

খুব আগ্ৰহ এটা হ'ল। এই বিখ্যাত চহৰ এখনত সকলো মানুহকে সঘনাই লগ পালেও ঘৰুৱা সকলোবোৰ কথা জনা সম্ভৱ নহয়।

আৰু যেতিয়া জানিলোঁ, তেতিয়া সমবেদনাত মন আৰু বেছি দুঃখীত হৈ পৰিল। বজত মাষ্টৰে কৈছিল: ল'ৰা-ছোৱালী নাই। তথাপি তেওঁক কেৱল নাটেহে। চাৰিওপিনৰ পৰা আজুৰি আনি কেৱল ঘৰ বান্ধে ভাড়ালৈ দিয়ে। ভাড়াও কি চাব—একেবাৰে হাজাৰৰ তলত নায়েই। বোলো ৰাজাক আটে ৰাজাক নাটে।

ইয়াৰ পিছত বিজয় নাথক অসম চৰকাৰৰ উচ্চপদস্থ বিষয়া শ্ৰীবিজয় কুমাৰ নাথক মই আকৌ লগ পাইছিলো। কিন্তু এইবাৰ মইহে খুব ব্যস্ততা দেখুৱাই তেওঁৰপৰা আঁতৰি আহিছিলো। আচলতে কিয় জানো, তেওঁক দেখিলেই মোৰ ভয় লগা হ'ল।

* *

# ॥ কেবল নাচ গানত নিচা ॥

আজি-কালি বাটে পথে মোৰ প্ৰায়বোৰ ছাত্ৰই লগ পাওঁ। কাৰণ ময়ো বুঢ়া হৈ আহিছোঁ। আৰু চহৰখনো ক্ৰমান্বয়ে ডাঙৰ হৈ আহিছে। ডাঙৰ চহৰত ডাঙৰ মানুহবেই বসতি। গতিকে মোৰ ছাত্ৰইঁতো প্ৰায়বোৰেই ডাঙৰৰ শাৰীত পৰিছে। তেওঁলোকে হাতী-ঘোৰা গাড়ী-মটৰ আদিত উঠি ইফালে সিফালে অহাযোৱা কৰোঁতে মোক দেখা পায়। দুই-একে গাড়ী মটৰৰপৰা জাপ মাৰি নামিও মোক প্ৰণাম কৰে। 'ছাৰ ভালনে' বুলি সোধে। আৰৌ কিছুমানক বজাৰ, চাহদোকান, সভা সমিতি আদিতো লগ পাওঁ। সকলোৰেপৰা 'ছাৰ' সম্বোধনটো পাই আছো।

ইয়াৰ মাজত মাধৱ সদায় ব্যতিক্ৰম। তেওঁক লগ পাওঁ সদায় বজাৰৰ মাজত। মাধৱো এসময়ত মোৰ ছাত্ৰ আছিল। কোন শ্ৰেণীৰপৰা পঢ়িব এৰিলে মনত নাই। কিন্তু ছাত্ৰজনৰ মতি-গতি হলে ভালদৰে মনত আছে। পুৰা নাম মাধৱচন্দ্ৰ বৰুৱা। কিন্তু বৰুৱা উপাধি ধৰি তেওঁক কোনোৱে মতা নাছিল। 'মাধৱ' বুলিয়েই চবে নাম ধৰি মাতিছিল। মোৰ মনত পৰে মাধৱ পঢ়া শুনাত বৰ গাধ আছিল। "স্ফুৰ্ত্তি—" বানানো ভালদৰে উচ্চাৰণ কৰিবপৰা নাছিল। ইংৰাজীতো 'বয়' শব্দৰ স্ত্ৰী-লিংগ "লয়" বুলিয়েই কৈছিল।

এই মাধৱকে এদিন বজাৰত ল'গ পালো। মই আচলতে প্ৰথম চিনি পোৱা নাছিলো। ডাঙৰ চহৰত মানুহ চিনা বৰ টান। পোক-পৰুৱাৰ দৰে ইয়াত নানা তৰহৰ মানুহ ঘুৰি-ফুৰে। ক্ষীণ, অৰ্দ্ধক্ষীণ, শকত, বৃহৎ শকত, লেৰেলা, গেৰেলা, আদি অসংখ্য মানুহৰ সমাগম ইয়াত হৈ থাকে। দহ বছৰ আগতে লগ পোৱা একেবাৰে ক্ষীণ মানুহ এজনক দহ বছৰ পিছত লগ পালে দেখা যায় প্ৰকাণ্ড এটা গাহৰি। ধৰা টান। আকৌ দহ বছৰ আগতে একেবাৰে শকত-আৱত মানুহ এজনো দহ বছৰ পিছত লগ পালে

দেখা যায় একেবাৰে শুকাই খীনাই শুকান আদাৰ গছ্ যেন হৈছে। গতিকে চিন ধৰা বৰ টান। নিজে মাতি পৰিচয় দিলেহে ধৰিব পৰা যায়।

মাধৱে নিজে পৰিচয় দিছিল। 'ছাৰ নমস্কাৰ', মোক চিনি পাইছেনে? মই মাধৱ ছাৰ। আপোনাৰ ইচ্ টুডেণ্ট আছিলো। পঢ়িবলৈ এৰি দিলো যে পৰীক্ষাত নকল......?

মোৰ তৎক্ষণাৎ মনত পৰি গ'ল। অ' হয় হয় মনত পৰিছে। তুমি এতিয়া কত থাকা বোপাই? কি কৰা? বৰ শকতটো হলা, কেনেকৈ চিনি পাম?

মাধৱে মোক মাতি নি দোকান এখনত চাহ খুৱালে। ভাল ডাঙৰ ডাঙৰ মিঠাই, কাঁচৰ বাটিত ভাহি থকা মিঠাই, অসমীয়া কলা খাৰৰ দৰে বটল, এবিধ কিবা থাম্পচ্-আপ নে কি ইত্যাদি নানা তৰহৰ মিঠাইৰে মনত থকাকৈ খুৱালে। তদুপৰি মনত ৰাখিব-লগীয়া কথা যে তেওঁ যিখন দোকানলৈ লৈ গ'ল আমাৰ দৰে মানুহে তেনেকুৱা দোকানত সোমাবপৰা ভাগ্য কাহানিও নহলহেঁতেন। তুলসীৰ লগত যেনিবা কল পটুৱাৰ মুক্তি! ৰাষ্ট্ৰপতিৰ লগত বিদেশলৈ চাকৰ হৈ যোৱাৰ দৰে ভাগ্যৰ কথা। মজিয়তি দলিচা পৰা দোকান।

সিদিনা মাধৱক মই কি চাকৰি কৰে সুধিবলৈ সাহসেই নকৰিলো। কিয়নো আগতেও মই বহুত ছাত্ৰক এইদৰে লগ পাইছোঁ, কথা বতৰা পাতিছো। বেছি ভাগেই মোক মাতি নি চাহ একাপ খুৱাব পৰা নাই। যি দুই চাৰিয়ে মাতি নি চাহ একাপ খুৱাইছে তেওঁলোকেও এনে আড়ম্বৰপূৰ্ণ দোকানলৈ নিব পৰা নাই। চহৰত একেটি ৰাস্তাৰেই আমি চবেই অহা-যোৱা কৰিছো। প্ৰকাণ্ড-প্ৰকাণ্ড অট্টালিকাবোৰ আমি সবেই দেখিছো; কিন্তু সকলোবোৰ অট্টালিকাত আপুনি সোমাব পাৰিছেনে? গণতন্ত্ৰৰ দেশত সোমাবপৰা অধিকাৰ সবৰেই আছে। হলেও সাহস বোলা বস্তুটো সকলোৰে নাই। সাহস মানুহৰ বহুত ৰকমে ওপজে।

আমাৰ দুয়োটা বস্তুৰে অভাৱ। গতিকে তেনেবোৰ ৰেষ্টোৰাত সোমাই জীৱনত কোনোবা দিনা চাহ মিঠাই খাব পাৰিম বুলি দৰাচলতে মনত কাহানিও কল্পনা কৰা নাছিলো। মাধৱে যেনিবা শলাগ জনাবপৰাকৈ কাম এটা কৰি দিলে।

আন এদিন মাধৱক কথাটো সুধি পেলালো। সিদিনা ল'গ পাইছিলো তেওঁক ৰাস্তাৰ ঠিক মাজতে। মোক দেখা পাই ৰিক্সাখন ৰাখি দি কলে: 'চাৰ, উঠক বাটতে আপোনাক নমাই দিব পাৰিম।' মৰুভূমিৰ মাজত পানী এটোপা পালে, শুকান ৰুটি খাই খাই গাখীৰ এগিলাচ খাবলৈ পালে, বিশাল পানীৰ মাজত পৰি ককৃবকাই থাকি হঠাৎ নাও এখনত উঠিবলৈ পালে যেনে আনন্দ লাগে তেনে আনন্দ লাগিছিল মোৰো।

কিয়নো, এই গুৱাহাটী চহৰখনত পদব্ৰজে বিচৰণ কৰা মানুহৰ বিপদৰ অন্ত নাই। ইয়াত ৰাস্তাৰে খোজ কাঢ়ি গলে আপোনাক ছিটি বাছে, মণ্টেছৰীৰ স্কুল বাছে, মিউনিচিপেলিটিৰ জাবৰ পেলোৱা ট্ৰাকে, চোৰাং মাল-কঢ়িওৱা ট্ৰাকে, মানুহ কঢ়িয়াই অনা দূৰ দূৰনিৰ বাছে, টেক্সিবোৰে, তিনিচকীয়া অটৰিক্সাবোৰে বহাগ জেঠৰ আকাশৰ মেঘৰ গৰ্জনতকৈও বেছি শব্দ কৰি ধুমুহাৰ দৰে চলোৱা দুই চকীয়া ইঞ্জিন—লগোৱা গাড়ীবোৰে, পিলিঙা ডেকাই তিনি-চাৰিজন মানকৈ উঠাই অনা চাইকেলবোৰে, আনকি ঠেলা-গাড়ী, ঘোৰাগাড়ী, গৰু, ঘোৰা, কুকুৰ বোৰেও আপোনাক বাট এৰি নিদিব। খুন্দিয়াই পেটু উলিয়াব। ইয়াত ফুট পাথবোৰক সাধাৰণতে মানুহবোৰে বাপেকৰ খ্যাদী পট্টাৰ মাটি বুলি ভাবি দোকান পোহাৰ গুমুটি ঘৰ আদিৰে দখল কৰে। ডেকা গাভৰু হুতে বল খেলা পথাৰ বুলি ভাবি ধলং-পলং কৈ খোজ কাঢ়ে। কিছুমানে দুই মাইল বহল ৰাস্তা বুলি হবল। পদ পথতো আগুৰি ধৰি লয়লাস গতিও পদ চালনা কৰে। গতিকে আমাৰ দৰে দুৰ্ব্বল শিক্ষকৰ গুৱাহাটী চহৰৰ—ৰাস্তাত খোজ কাঢ়ি ফুৰাটো পদে পদে জীৱনৰ শংকা। জাপ মাৰি ৰিক্সা এখনলৈ দুই টকা ভাড়াৰ

ঠাইত তিনি টকা মাৰি দি ৰিক্সাৱালাইঁতৰপৰা “চালাম বাবুজী” লোৱাৰ শক্তিতো নায়েই। গতিকে মাধৱ বাপাই তেনেকৈ ৰিক্সা-খন ৰাখি মোক উঠিবলৈ কোৱাত বৰ ভাল পালো। খুউব ভাগৰ লাগিছিল। ঘামে শৰীৰ টিয়াইছিল।

বজাৰ এখনৰ সন্মুখত তেওঁ ৰিক্সাখন ৰাখিলে আৰু মোক কলে: চাৰ, আপুনি অলপ বহক। মই বজাৰ কৰিম। আকৌ একে লগে যাব পাৰিম। মই বহি থাকিলোঁ। তেতিয়ালৈকে তেওঁক কথাটো সুধিবৰ সুবিধা হোৱা নাছিল। ভাবিলো ৰিক্সাত বহিয়েই বহিয়েই কথা পাতি যাম। তৎক্ষণাৎ কথা একোটা সুধিম বুলি সুধিবওটো নোৱাৰি। পৰিবেশ লাগে। অৰ্থাৎ পৰিবেশ ক্ৰিয়েৎ কৰিব জানিবও লাগে।

মাধৱ বাপা বজাৰ কৰি আহিল। তেওঁ আগত, তেওঁৰ পিছে পিছে দুজন লোক হাতত ফল, শাক পাছলিৰ পাছি-লৈ আহিছে। তেওঁলোকৰ এজন ৰিক্সাৱালা আৰু আনজন তৰকাৰীৱালা। ইয়াতেই মাধৱ বাপাৰ কেপাচিটিৰ কথা বুজা যায়। আমাৰ দৰে লোক—কেতিয়াবা ৰিক্সাত আহিলে ৰিক্সাখন যদি অকমান ৰাখি দিবলৈ কোৱা হয়—খেং কৈ উঠে আৰু অমান্তি হয়। তৰকাৰীৱালা-ইঁতৰপৰা কিবা এটালৈ মোনাখনত সুমুৱাই দিবলৈ কলে, কয়—নাই নাই সময় নহব, নিজে সুমুৱাই লওক। আনকি বেগটোৰ মুখখন খুলিবলৈকে ধৈৰ্য্য ন ধৰি মাটিত ঢালি দিয়ে। কিন্তু আজি দেখিলোঁ সিহঁত মাধৱ বাপাৰ পিচে পিচে আহিছে।

“চাৰ, লেট হৈ গ'ল। ভেজেটেবল কিনিলোঁ।” বুলি মাধৱে হাঁহিলে আৰু ৰিক্সাও উঠি ললে। ৰিক্সাৱালাই মন্ত্ৰীৰ ড্ৰাইভাৰৰ দৰে গাড়ী চলাই দিলে।

অকমান দূৰ গৈয়েই এইবাৰ মই মাধৱক সুধিলো: বাপা বেয়া নোপোৱা যদি কথা এটা সোধোনে? তেওঁ হাঁহিয়েই সন্মতি প্ৰদান কৰিলে: ইয়েচ, চাৰ সুধিব পাৰে। নো মেটাৰ। নাথিং টিং। কোনো আপত্তি নাই। মই সাহস পালোঁ। বৰ ভালো লাগিল

তেওঁৰ কথাখিনিত। সুধিলোঃ বাপা তুমি কি চাকৰি কৰা? তেওঁ অকমানো সংকোচ নকৰি উত্তৰ দিলেঃ 'চাৰ মই পিয়ন চাকৰি কৰো। হেড্ পিয়ন।'

মই কিছু সময় নিমাতে থাকিবলগীয়া হল। আমাৰ দেশত পিয়নৰ চাকৰি কৰা মানুহবোৰৰ তেন্তে মাধৱ নহয় কিয়? মই ভাবিবলগীয়া হল। দেশখনত অসংখ্য শিক্ষক, কেৰাণী আছিল, যি সকলৰ অৱস্থা পানীত হাঁহ নচৰা। তেওঁলোকে পোৱা অলপীয়া দৰ্মাহাৰে দেখোন ঘৰখন চলাব নোৱাৰে। দুবেলা দুমুঠি পেট ভৰাই খাই গাত এখন ভাল কাপোৰ লব নোৱাৰে। পিয়নসকলৰ অৱস্থাতো ভাবিবই নোৱাৰি। অথচ মাধৱ? পিয়নৰ চাকৰি কৰি এনে ভাবে কেনেকৈ চলিব পাৰি। মোৰ পঁচিশ বছৰীয়া শিক্ষকতা কৰা কাল ডোখৰৰ কথা ভাবি চকু সিক্ত হৈ আহিব খুজিছিল।

মই মনে মনে থকাত মাধৱে কলেঃ চাৰ, মই পিয়ন হলেও বাহিৰা পইচা আছে।

মই আকৌ দ্বিতীয়বাৰৰ কাৰণে তেওঁৰপৰা জানিব বিচাৰিলোঁ বাহিৰা পইচা পিয়নবোৰে কেনেকৈ পায়। আমি শুনিছিলো অফিচৰ বৰ বৰ চাহাব বিলাকেহে বাহিৰা পইচা পায় বুলি।

পিয়নবিলাকে ওঠ মুখ চেলেকি থাকিব লাগে। কিন্তু আজি মাধৱ বাপাৰ কথা শুনি মই চমক খাই গলো।

মাধৱ কলেঃ চাৰ, চাহাববোৰে ডাইৰেক্ট নাখায়। আমাৰ জৰিয়তে তেওঁলোকে ভাগ পায় হাজাৰৰ পাচ বৰ চাহাবে। তিনি, তেওঁৰ তলৰজনে, এক, বৰবাবুই। এক মোৰ আৰু মহৰীবাবুৰ মাজত ভাগ হয়—ফিফ্‌টি-ফিফ্‌টি। দিনটোত দুটা কেচ পালে হ'ল আৰু। বচ্ চলি যাব। আজি ভাল মোটাই পালো।

মাধৱে চাৰি পাচটা মান উদাহৰণ দিলে—কেনেকুৱা কেচত পইচা মাৰিব পাৰে। শুনি শুনি যাওঁতে মোৰ নামিবলগীয়া ঠাই পাৰ হৈয়েই গলো। তেওঁ কলেঃ চাৰ মোৰ ঘৰ পালোৱেই। আহক এক কাপ চাহ খায়েই যাব।

ময়ো আপত্তি ন কৰিলো। আহিলো যেঁতিয়া ঘৰটোকেই চাও। মাধৱেও মোক তেওঁৰ ঘৰলৈ নিয়াৰ আগ্ৰহটো দেখি বৰ ভাল লাগিল।

ঘৰত সোমাই বৰ ভালেই লাগিল। বেচ—খানদানি ঘৰৰ দৰে আদৱ কায়দা। সন্মুখত এটা মন্দিৰ। চৈতন্য গৌড়িঅ মঠৰ আৰ্হিত তৈয়াৰ কৰিছে। তাত পূজা পাতল, ধূপ-ধূনাৰ গোন্ধ, শংখ, বৰ কাহঁৰ শব্দ আদি পুৰা ধূম-ধামত চলিয়েই আছে। ঘৰটোৰ ভিতৰত এটা উলহ মালহৰ প্ৰবাহ। কোনোটো ৰুমত গানৰ আখাৰা চলিছে। কোনোটো ৰুমত তাচ, পাশা খেলৰ বাজি, কোনোটো ৰুমত কত্তই "কত হ্ৰস্বই কাৰে কি, তত আকাৰে তা আৰু প" আদি কিতাপ পঢ়াৰ আখাৰা। মাধৱে মোক নি এটা ৰুমত বহুৱালে। তেওঁৰ সেইটো ড্ৰয়িং ৰুম। বেৰত বিভিন্ন ধৰণৰ ছবি আৰিছে। সৰু সৰু টেবুলৰ ওপৰত নানা ধৰণৰ ফুলদানিত কাগজ আৰু প্লাষ্টিকৰ ফুল। সৰু সৰু দুটা—আলমাৰিৰ ভিতৰত কণীৰ চকলা আৰু তুলা আদিৰে সজোৱা নানা তৰহৰ পুতলা।

আনফালে গানৰ, কিতাপ পঢ়াৰ আখাৰাৰ, মন্দিৰৰ শংখ ঘণ্টাৰ শব্দৰ উৰ্দ্ধত ৰেডিঅত ফুল ভলিউম। কাৰো মাত কোনোৱে যেন নুশুনে। শুনিবলৈ প্ৰয়োজনো যেন নাই।

মাধৱ বোপাই অৱশ্যে মোৰ উপস্থিতি সবকে শুনাই দিলে: অই অই পীলি হত, এবা এৰা খলিৰ মাক, কাম আউত। চাৰ আহিছে আমাৰ। আমাৰ চাৰ। হাইস্কুলত আমাক টিচিং কৰিছিল। আহা আহা সকলোবোৰ ওলাই আহা।

কোনো কিন্তু ওলাই নাহিল। তেওঁলোকে মোক কোনোৱাই খিৰিকিৰে, কোনোৱাই দুৱাৰৰ পৰ্দাৰ ফাকেৰে ভুমুকি মাৰি চালে। আগলৈ আহি চিনাকি হবলৈ যেন লাজতে ঘৰে, সাজতে ধৰে।

. অৱশ্যে মাধৱ বোপা আহি মোৰ ওচৰতে বহি কথা—পাতিলে। কলে: ইহঁতৰ বৰ লাজ চাৰ। বৰ লাজ। চাৰ বুলি কলে ইহঁতে ভয়তে মৰে। আপুনি চাৰ টিউচন কৰিবলৈ অহা বুলি ভাবিছে।

"টিউচন মাষ্টৰক বৰ ভয় কৰে চাৰ। সৰবোৰ ফেল মাৰ্কাতো, কপাহে। কেৱল নাচ গানত নিচা।

মাধৱ বোপাই এটা দীঘল হুমুনিয়াহ এৰিলে আৰু কলে: বহুত টকা পইচা আৰ্জিলো চাৰ, কিন্তু কি হব। মোৰ ছলি-পলি এটাও ভাল নহল। সব ফেইল। অসৎ পইচাৰ কোনো মূল্য নাই চাৰ। সেই কাৰণে চাৰ ড্ৰিং কৰিয়েই মৰো।

ঘুৰি আহোঁতে মনটো বিষাদেৰে ভৰি পৰিছিল।

* * *

# বিপদ কালত

ভবকান্তই বহুত চিন্তা কৰিও উপায় এটা উদ্ভাৱন কৰিব নোৱাৰিলে। সমস্যাৰে ভৰপুৰ, সমস্যা জৰ্জৰিত তাৰ জীৱন। প্ৰতিটো সমস্যাৰে মেৰপাকত সোমাই হাবুডুবু খাবলগীয়া হোৱা ভবকান্তই জীৱনৰ মধুৰ সোৱাদখিনি প্ৰায় জলাঞ্জলী দিয়াৰ দৰেই হৈছে। কিন্তু সকলো কথাকে বৰ সহজভাবে ল'বলৈ শিকি আহিছে বাবেই ভবকান্তই সমস্যা আহিলে বিব্ৰত হৈ নপৰে।

ভবকান্তৰ পৰিবাৰ ভানুমতীয়েও সাধাৰণতে গিৰিয়েকক অযথা কষ্ট দিবলৈ চেষ্টা নকৰে। কোনো এটা সমস্যা আহিলেই তাক কেনেভাবে সমাধা কৰিব পাৰি তাৰ বিষয়ে দুয়ো লগ লাগি বিশদ-ভাবে আলোচনা কৰে। আৰু সমস্যা সমাধানৰ উপায় উদ্ভাৱন কৰে।

মানুহ ভেদে সমস্যাৰ বিশালতা অথবা গভীৰতাও ভিন ভিন। এজনৰ গভীৰ সমস্যা এটা আন এজনৰ মতে অতি সাধাৰণো হ'ব পাৰে। পৃথিবীখন অনেক মহিমামণ্ডিত লোকেৰে ভৰপুৰ। কোনো কোনোৰ মতে নিজৰ যাবতীয় বজাৰ কৰিবলৈ বিদেশলৈ যোৱা একো কথাই নহয়; আনহাতে বেছিভাগ লোকেই আৰ্থিক দুৰ্ব্বলতাৰ কাৰণে বিয়া দি উলিয়াই দিয়া নিজৰ নিজৰ জীয়েক জনীৰো মুখখন চাবলৈ যাব নোৱাৰে। ভাৰতবৰ্ষ এনে এখন দেশ যত অনেক লোক খাই খাই মৃত্যুবৰণ কৰে আৰু অধিকাংশ লোকে খাবলৈ নাপাই মৃত্যুমুখত পৰে।

ভবকান্তৰ সমস্যাও প্ৰায় তদৰূপ। অৱশ্যে খাবলৈ নাপাই শুকাই মৰা সমস্যা নহয়। কিন্তু সমাজৰ দৃষ্টিত তিষ্টি থকা সমস্যা। ভবকান্তৰ দুজনী জীয়েক—নীলিমা আৰু নলিনী। দুয়োজনী গাভৰু। কলেজত পঢ়ে। ল'ৰা এটা। সি কইবাৰ দশমমান শ্ৰেণী পাইছে গৈ। এই তিনিটা ল'ৰা-ছোৱালীক ঠিক মতে পোহপাল দিয়া

ভবকান্তহঁতৰ মানুহৰ দৰে টান। কিন্তু এই টানৰ কথা উঠি অহা ল'ৰা-ছোৱালীয়ে নুবুজে।

কিছুমান মানুহে কয়—খোৱা-বোৱা, পিন্ধা-উৰাই মানুহৰ মূল চিন্তা হ'ব নোৱাৰি চিন্তাবিলাক প্ৰগ্ৰেচিভ হ'ব লাগে। আৰে বাপু, পেটত গাঠি দি, শৰীৰত ফটা কামিজ ওলমাই কৰা তোমাৰ প্ৰগ্ৰেচিভ চিন্তাক ভাৰতবৰ্ষৰ মানুহে সম্মান জনাবলৈ শিকা নাই! অন্ন চিন্তাহে আচল চিন্তা। আগেয়ে 'চাউল কথা, পিছতহে হৰি কথা'।

নীলিমা আৰু নলিনীয়ে এদিন ভবকান্তক কৈছিল : দেউতা, তুমি বোলে দীনেশ, ৰমণীহঁতৰ লগত একেলগে পঢ়িছিলা। তেওঁলোকৰ ছোৱালী দুজনী আমাৰ লগত পঢ়ে। 'আই ঐ দেহি' কিমান যে পায়তাৰা সিহঁতৰ। গাড়ীত আহে। গাড়ীত লৈ যায়হি। প্ৰত্যেক দিনে বেলেগ বেলেগ শাৰী। সদায় দামী ৰেষ্টোৰাত সোমায়। তোমাৰ বোলে চাকৰিও ভাল। পিছে দেখোন একোৱেই নাই। ভবকান্তই কয় : ভাল চাকৰি কৰা মানুহে গাড়ী কিনিব নোৱাৰে আই। ৰমণীকান্তহঁত আই-এ-এছ বিষয়া। তেওঁ লোকৰ চকুৰ পাকত চৰকাৰ ঘূৰে। গাড়ীতো সাধাৰণ কথা, ইচ্ছা কৰিলে বয়িং প্লেন কিনিব পাৰে।

নলিনী আৰু নীলিমাই দেউতাকৰ কথা শুনি হুমুনিয়াহ এৰে। গছৰ ডালত পৰি কপৌৱে বিনায়! নলিনীহঁতৰ হুমুনিয়াহবোৰ বতাহত উৰি গৈ বিশাল আকাশত বিলীন হয়।

ভবকান্তই জীয়েকহঁতক কোনো পধ্যেই অভাৱৰ কথা জানিবলৈ নিদিয়ে। নিজেই যিমান পাৰে কষ্ট সহ্য কৰি জীয়েকহঁতক সুখত ৰাখিবলৈ চেষ্টা কৰে।

কিন্তু এইবাৰৰ সমস্যাটো ভবকান্তৰ বাবে বৰ ডাঙৰ সমস্যা। নলিনীহঁতে বিহু নাচিব। তাৰ কাৰণে মুগাৰ মেখেলা চাদৰ এজোৰ নহ'লেই নহয়। নীলিমা আৰু নলিনীয়ে ভানুমতীক ধৰিছে : মা, সব ছোৱালীৰে একোজোৰকৈ মুগাৰ মেখেলা আছেই। আমাৰ

নহ'লেতো নহ'ব। আজি-কালি ধাৰলৈকো পোৱা নাযায়। দেউতাক এতিয়াই কোৱানা, বিছলৈতো আৰু বেছিদিন নাই। কাপোৰ ছুজোৰ কিনি থওক।

ভানুমতীয়ে ৰাতিভাত খাই থাকোঁতে ভবকান্তক ক'লে: মাৰ্চৰ দৰ্মাহা কেতিয়া হ'ব। এই মাহৰ দৰ্মাহাত বাজেট এটা কৰিব। নলিনী আৰু নীলিৰ কাৰণে ছুজোৰ মুগাৰ কাপোৰ কিনিবই লাগিব। ভবকান্তই হিঃ হিঃ কৈ হাঁহিলে। হাঁহিত মুখৰ ভাত ওলাই মুখত ছিটিকি পাৰিল। মেকুৰী জনীয়ে তাকে চেলেকি চেলেকি খালে। ভানুমতী মনে মনে থাকিল। হাঁহি হাঁহি ভবকান্তই ক'লে: ছুজোৰ মুগাৰ কাপোৰ কিনা এই মাহত একেবাৰে অসম্ভব। মাৰ্চ মহটো 'ভাল চাকৰি' কৰা মানুহৰ বাবে অতি ভয়ংকৰ।

ভানুমতীয়ে পুনৰ সুধিলে: কাটি-কুটি কিমান ড্ৰ কৰিব? ভবকান্তই ক'লে: কিমান ড্ৰ কৰিব সেইটো নুসুধিবা। কি কি হেডত কটা যাব, কিমান কটা যাব তাকেই শুনা—প্ৰভিডেণ্ড ফাণ্ড, এল. আই. চি., চি. টি. ডি. কো-অপাৰেটিভ চোচাইটিৰ লোন, প্ৰভিডেণ্ট ফাণ্ডৰ লোন, ফেন এডভান্স, স্কুটাৰ এডভান্স, হাউচ বিল্ডিং লোন, ইনকাম টেক্স, এপি টেক্স, চি. ডি. আই. টি পেকাট ইত্যাদি ইত্যাদি কাটি নিয়াৰ পাছত মই আৰু কিমানখিনি ড্ৰ কৰিব পাৰো তুমিয়েই অনুমান কৰাচোন।

ভানুমতী সিংহৰ আগতপৰা মানুহৰ দৰে পৰম আশ্চৰ্য্য প্ৰকাশ কৰি ক'লে: আই ঐ দেহি, স্কুটাৰ, ফেন, হাউচ বিল্ডিং লোন লৈ আপুনি কি কৰিলে? সদায় দেখোন ভঙা চাইকেল, বাঁহৰ বিছনী আৰু ভঙা ঘৰ। ভবকান্তই আকৌ হাঁহিলে আৰু ক'লে: সেইটো-ৱেই ডাঙৰ কথা। প্ৰকৃত দৰ্মাহাৰে কোনো চাকৰিয়ালেই ঠিকমতে খাব নোৱাৰে। ইমান কেইটা পৰিয়ালে খাই লৈ জীয়াই থকা সহজ কথা বুলি ভাবিছানে? ইয়াৰ পাছত ভবকান্তৰ কথাত ভানুমতীয়ে একো নামাতিলে। পাক ঘৰৰপৰা মাছৰ টুকুৰা এটা

আনি কাঁহিত্ত দলিয়াই দিলে। ভাতুমতীয়ে জানে মানুহটোৱে মাছৰ টুকুৰা এটা খাবলৈ পালে সব পাহৰি যায়।

কিন্তু সমস্যাই জটিলতৰ ৰূপ ধাৰণ কৰিলে। আনটো কোঠাত নলিনী আৰু নীলিমাই উচুপি কান্দি ক'বলৈ ধৰিলেঃ নালাগে আমাক মুগাৰ কাপোৰ দিবলৈ। ভাল চাকৰি কৰা মানুহ। খাই বৈ জীয়াই থাকিলেই হ'ল। তাহাতৰ উচুপনিত বেৰৰ মাটিৰ টুকুৰাবোৰ খহি পৰিল। গোটেই ৰাতি ঘৰখনক নিস্তব্ধতা আৰু নিৰৱতাই গ্ৰাস কৰিলে। ৰাতি পুৱাৰ সময়খিনিও নীৰৱে অতি-বাহিত হ'ল।

নীৰৱে ভৱকান্তই অফিচলৈ গুচি গ'ল। নলিনী নীলিমা গ'ল—ক্লাশলৈ। ভাতুমতীয়ে আটাইকে ভাত-পানী খুৱাই পঠিয়াই আকৌ এবাৰ গাটো ধুই ল'লে। দুটামান ভাত মুখত দি কাপোৰ-কানি পিন্ধি ভাতুমতীও ওলাই গ'ল। যাওঁতে বনকৰা ছোৱালী কুহিলাক কৈ গ'লঃ বাইদেৱেৰে হত আহিলে কবি মই এতিয়াই আহিছো বুলি।

ভৱকান্তই মনপুতি অফিচ কৰিব নোৱাৰিলে। গধূলি আমন জিমনকৈ আহি ঘৰ ওলাল। আন কালৰ দৰে ঘৰতো হাঁহি-মাতি থাকিব নোৱাৰিলে। আমন-জিমনকৈ বহি থাকিল। নলিনী আৰু নীলিমাৰো মন মৰা।

ব্যতিক্ৰম মাত্ৰ ভাতুমতী। ভৱকান্তৰ হাতত চাহকাপ তুলি দি ভাতুমতীয়ে সুধিলেঃ মনতো দেখোন মাৰি আছে কতো একো নহ'ল। নেকি? ভৱকান্তই ক'লেঃ মাৰ্চ মাহত কোনো উপায় নাই ভাতু! ভাতুমতীয়ে মিচিকিয়াই হাঁহিলে। হাঁহি হাঁহি ক'লেঃ একো চিন্তা কৰিব নালাগে চাহকাপ খাই ওলাওকচোন, আমি এতিয়া বজাৰলৈ যাম। একেবাৰে বিহুৰ ওচৰত কাপোৰৰ দাম বেছিকৈ উঠে। আমি আজিয়েই কাপোৰ দুজোৰ কিনি আনোগৈ। সিহঁত ছোৱালী মানুহ, মনৰ হেপাহ এটা থাকিবই। ভৱকান্তই আচৰিত হৈ

সুধিলে : টকা ক'ত পালা ? ছুজোৰ কাপোৰৰ দাম কমেও ছয়'শ টকা পৰিব।

ভানুমতী ভিতৰলৈ সোমাই গৈ আকৌ ওলাই আহিল আৰু ভৱকান্তৰ হাতত টকাৰ পেকেট এটা দি ক'লে : আপুনি নজনাকৈ বেংকত এটা আৰ. ডি. একাউণ্ট খুলিছিলো। 'মেচিউৰড' হৈছে। তাকে আজি উইড্ৰ কৰি আনিছোঁ।

ভৱকান্তৰ মুখত হাঁহি বিৰিঙি গ'ল। যুদ্ধ এখনত জয়লাভ কৰা গৰ্ব্বেৰে ভৱকান্তই ক'লে : এৰা মই কৈছিলোঁ নহয় ভাল চাকৰি মানে বেংকৰ চাকৰি। বেংকত টকা সাচিলেহে বিহু কৰিব পাৰি। বিহুৰ প্ৰকৃত আনন্দ বেংকত সঁচা পইচাতহে !

ভানুমতীয়ে ক'লে : সেই অহংকাৰ আপুনি কৰিব নোৱাৰে। একমাত্ৰ গৃহিনী সকলেহে বেংকত একাউণ্ট খুলি পইচা সাচিব পাৰে আৰু সেই পইচাৰেহে বিহুত আনন্দ কৰিব পাৰে।

ইয়াৰ পিছত নীলিমা আৰু নলিনীৰ মুখতো হাঁহি চিৰিঙি উঠিল।

ভৱকান্তই ক'লে : এৰা বিহুৰ কথা ভাবিলে বেংকৰ কথাও ভাবিব লাগে।



# ॥ মঙ্গলে যাত্ৰা, বুধে পাৰ ॥

চিদানন্দ আৰু ফুলেশ্বৰীয়ে অশেষ চেষ্টা কৰি প্ৰভাতক প্ৰবেশিকাখিনি পাছ কৰালে। পিছৰ ছোৱালীমখাক পঢ়ুৱাবলৈ ফুলেশ্বৰীৰ ইচ্ছা নাই। কিন্তু চিদানন্দই বুজাই দিলে যে আজি-কালি পঢ়া শুনা ছোৱালী নহলে কোনোৱে বিয়া কৰাব নোখোজে। আগৰ দিনৰ কথা-বতৰা বেলেগ আছিল। পকা ৰঙা লাউটোৰ দৰে দপ-দপীয়া চেহেৰাৰ গোবৰ-জাবৰ পেলাবপৰা শাল, ঢেঁকীত লাগিব পৰা, পথাৰ ঘৰ সমানে চকু ৰাখিবপৰা ছোৱালী থাকিলেই টুপুককৈ বিয়া কৰাই নিছিল। সেয়ে অতুল, লক্ষী, কৃষ্ণ আদি হাকিম লোক সকলেও অপঢ়ান ছোৱালী আনি সুখে সন্তোষে আজিও সংসাৰ কৰি আছে। কিন্তু আজিকালি সেই দিন নাই। লৰাবোৰে নকল-চকল কৰি কিবা প্ৰকাৰে কাৰিকৰ, চিকিৎসক, বিচাৰক নাম এটা পালে ছোৱালী "মিনিমাম স্নাতক"। গতিকে ছোৱালী নপঢ়ালে বাপেক মাকৰ ৰক্ষা নাই। হাতৰ, কাণৰ, বাৰীৰ, গোহালিৰ বিক্ৰী কৰি হলেও ছোৱালী পঢ়ুৱাব লাগে। অৱশ্যে যুগৰো পৰিবৰ্ত্তন। ভাৰতে স্বাধীনতা লাভ কৰাৰ পিছত দেশখনত তিৰী মন্ত্ৰী বেছিকৈ হৈছে। ইও ছোৱালী পঢ়ুৱাৰ এটা উৎসাহৰেই কথা।

কিন্তু চিদানন্দৰ সমস্যা হ'ল এই প্ৰভাতকলৈ। প্ৰবেশিকাটো পাছ নকৰিলেও যেন তেন আছিল। কৰবাত দৰ্জ্জী, পানদোকানী, চেলচ্‌মেন হৈ খালেহেঁতেন। কিন্তু মেট্ৰিক পাছ লৰাই এইবোৰ নকৰে। চৰকাৰী চাকৰি এটা লাগে। কিন্তু চৰকাৰী চাকৰি সতকাই পোৱা কঠিন। পূজাপাতল কৰি ভগৱানকে পাব পাৰি; কিন্তু চাকৰি এটা পাব নোৱাৰি। ইয়াত অনেক দেৱতাক তুষ্ট কৰিব লাগে। বেছি ভাগ দেৱতাই পূজা খাই পলাই ফুৰে। তথাপিতো আশাত মানুহে পূজা আগবঢ়াই।

এই সমস্যা সমাধানৰ কাৰণে চিদানন্দ আৰু ফুলেশ্বৰীয়েও পুজা আগবঢ়াবলৈ স্থিৰ কৰিলে। সিদিনা খন গধূলি ভাত খাওতে প্ৰভাতে কলে: দেউতা, মই কাইলৈ টাউনলৈ যাম। তাতে আমাৰ এইফালৰ নৰেন্দ্ৰনাথ থাকে নহয়। তেওঁক লগ ধৰিম। তেওঁ বোলে চাকৰিৰ এজেণ্ট। অলপ খৰছ কৰিব লাগিব যায় কেনি। জইন কৰিব পাৰিমেই। ফুলেশ্বৰীৰ আনন্দত মন ভৰি পৰিল। প্ৰভাতৰ পাতত বেঙেনা পোৰা অলপ দলি মাৰি দি কলে: যাবি যাবি তেনেকৈ পাৰ যদি কিবা এটা কৰ। ঘৰখনৰ অৱস্থা দেখিছাই নহয়— দিনক দিনে বেয়াৰ পিনেহে গৈছে। চিদানন্দই আলু এটুকুৰা পিটিকি পিটিকি কথাখিনি মনে মনে শুনি আছিল। ফুলেশ্বৰীৰ বাক্য শেষ হোৱাৰ লগে লগে কলে: ৰবা, ৰবা। তাক তেনেকৈ তৎক্ষণাৎ যাবলৈ দিব নোৱাৰা। আজিকালি গুৱাহাটী চহৰ বহুত ডাঙৰ হৈছে। সি নৰেন্দ্ৰনাথক, আমাৰ সেই কলবাৰী চুপাৰ নৰেন্দ্ৰনাথৰ কথা কৈছাতো, বিচাৰি উলিওৱাই টান হব। সেই বিলাক মানুহ মন্ত্ৰী, এম. এল. এ. বিলাকৰ পিছে পিছে ঘূৰি ফুৰে। তাহাতক বিচাৰি উলিওৱা মানে পৰ্ব্বতৰ ওপৰত কাছ কণী বিচাৰি উলিওৱা। তদুপৰি পইচাৰ খৰচ। কাম যে হব তাৰেই বা আশা কি। ফুলেশ্বৰীয়ে কলে: যেনেতেনে হলেও বিচাৰি উলিওৱাই কামটো কৰা ভাল হব। প্ৰভাতে কলে: মই তেওঁৰ এড্ৰেচটো আনি লৈছো। সেইমতে বিচাৰি গলে পোৱা যাব। চিদানন্দই কলে: তেনেহলে তই যাব নেলাগে, ময়েই যাম। মই যুদ্ধৰ সময়ত গুৱাহাটীত থাকি অহা মানুহ। সব ঠাই চিনি পাও।

প্ৰভাতৰ মনৰ ইচ্ছা বেলেগ আছিল। কিন্তু দেউতাক চিদানন্দৰ ওপৰত কথা কোৱা সাহস তাৰ নাই। আচলতে প্ৰভাতৰ মনৰ ইচ্ছা গুৱাহাটীত বিহু উৎসৱ চোৱা। সি ৰমেশহঁতৰ মুখত শুনিছে গুৱাহাটীত হেনো ৰঙালী বিহু উৎসৱ খুউব জাক জমকেৰে পাতে। গোটেই অসম ৰাজ্যৰ মানুহ গৈ গুৱাহাটীখন ভৰি পৰে সেই কেই দিন। গতিকে প্ৰভাতেওঁ আইৰো বাৰ্তা, গঙ্গাৰো যাত্ৰা কৰিব

খুজিছিল। কিন্তু দাইল নগলিল। সেহো নেহোকৈ তথাপিও প্ৰস্তাতে কলে: গুৱাহাটীলৈ মৰো যাব খুজিছিলো। তাতে এইবাৰ বিছটো চাব খুজিছিলো; ছুটা কামেই হ'লহেঁতেন। চিদানন্দই কলে: নালাগে, নালাগে এই টকা-পইচা সোপা লগত লৈ তুই গুৱাহাটীলৈ যাব নালাগে। তাত বহুত বেয়া মানুহ থাকে। তোক ঠগাব পাৰে। তোৰ গছৰ আগৰ সমান দিন আছে। পিছত যাবি। যদি চাকৰি হয় তাতেইতো থাকিব লাগিব চাৰা জিন্দেগী।

অৱশেষত চিদানন্দ যোৱাটোকেই ঠিক হল। শাক-পাচলি, কুহিয়াৰৰ মিঠে, সৰিয়হ, আদা, তামোল পান, হাঁহ কণী আদি বিক্ৰী কৰি পোৱা আটাইখিনি ধন গোটাই পহিলৰ বাছখনতেই চিদানন্দই যাত্ৰা আৰম্ভ কৰিলে। সিদিনা আছিল বুধবাৰ। "মঙ্গলে যাত্ৰা—বুধে পাৰ—যাহা ইচ্ছা তাহা যাও" বুলি কৃষ্ণক চিন্তি চিদানন্দ বাছত উঠিল। প্ৰস্তাতে দৌৰি গৈ নৰেন্দ্ৰনাথৰ ঠিকনা লিখা কাগজ এটুকুৰা চিদানন্দৰ হাতত গুজি দিলে।

নৰেন্দ্ৰনাথ থাকে দিশপুৰত। মন্ত্ৰী, এম.এল.এ. সকল থকা বাসভৱনৰ আশে পাশে। তেওঁ ভালে কেইজন মন্ত্ৰীৰ সোহাত স্বৰূপ। তেখেত সকলে তেওঁক পৰম বিশ্বাস কৰে। এই সুযোগ লৈ তেওঁ সুবিধা আদায় কৰে। এই সুবিধাবোৰ হ'ল জনসাধাৰণ আৰু মন্ত্ৰীৰ মাজত সংযোগ স্থাপন কৰি দিয়া। এই মৰ্মে নিৰিখ হ'ল এনে ধৰণৰ। যেনে: (হাজাৰ হিচাপত) পিয়নত ছুই, কেৰেণীত পাচ, বদলিত ছুই, পাৰ্মিটত ছুইৰপৰা দহলৈ, ঠিকাত দহৰ পৰা বিশলৈ। এল.পিৰ শিক্ষকত আঠ, হাইস্কুলৰ আঠৰপৰা দহ আৰু কলেজত দহৰ পৰা বাৰ—ইত্যাদি ধৰণে পূজা লয়। কিন্তু মন্ত্ৰীয়ে এইবোৰৰ ভাগ নাপায়। তেওঁ মাজতে "ভেহেৰি মাছৰ কোকত আধাৰ" কৰে। মানুহবোৰে মুৰ্খৰ দৰে—বাঘৰ হাতত ছাগলী, ছাগলীৰ মুখত পান, মেকুৰীৰ হাতত ভজা মাছ কাৰবাৰ কৰে। নৰেন্দ্ৰনাথক কোনেও চিনি পোৱা নাই।

চিদানন্দই বাছত বহি এইবোৰ কথা ভাবিলে। ইমান কম

পইচাত জানো প্ৰভাতক চাকৰি এটা দিব। কিয় নিদিব। চিদানন্দক দেখাপালে নৰেন্দ্ৰনাথৰ নিশ্চয় এটা দয়া উপজিব। কিয়নো নৰেন্দ্ৰনাথৰ বাপেকে এসময়ত চিদানন্দহঁতৰ ঘৰত আহ-যাহ কৰিছিল। ইমান সোনকালে পাহৰিবনে? চিদানন্দই নিজে নিজে শান্তনা লভিলে।—

গাড়ীৰ পৰা নামি চিদানন্দই দৌৰাদৌৰিকৈ চিটি বাছ ধৰিবলৈ গ'ল। চিটি বাছ ৰোৱা ঠাই লোকে লোকাৰণ্য। যেন বৰ্নিবাৰীৰ দেওবৰীয়াবজাৰহে। পুৰুষ-মহিলা, ছাত্ৰ-ছাত্ৰী, বুঢ়া-বুঢ়ী সকলোৰে একেটাই লক্ষ্য চিটি বাছত উঠা। চিদানন্দই দেখি অবাক মানিলে। যাত্ৰীবিলাকৰ খুন্দিয়া-খুন্দি দেখি চিদানন্দৰ গাৱঁৰ সেই মাছৰ উজান ধৰিবলৈ যোৱা মানুহবোৰৰ দৰে লাগিল। মাছ এটা দেখিলে কোনে আগে ধৰিব পাৰে তাৰ কাৰণে দৌৰাদৌৰি লাগে। যাত্ৰীবোৰবো কোনে আগে উঠিব পাৰে তাৰ প্ৰতিযোগিতা দেখি চিদানন্দৰ বৰ লাজ লাগিল। বিশেষকৈ মহিলা আৰু গাভৰু ছোৱালী মখাৰ খুন্দিয়া খুন্দিহে বেছি। চিদানন্দই ভাবিলে: ফুলেশ্বৰী লগত থাকিলে লাজতে মুচ কচ গ'লহেঁতেন। কিয়নো, ফুলেশ্বৰীয়ে গাৱঁৰ নামঘৰলৈ গলেই কাৰোবাৰ গাত লাগিলে সাতবাৰ সেৱা কৰে।

এনেবোৰ দৃশ্য চাই থাকোতে সাত-আঠখন মান বাছ পাৰ হ'ল। তাৰ পিছতহে চিটি বাছত উঠিবলৈ চেষ্টা দিলে। প্ৰথম চেষ্টাত বিফল হ'ল। দ্বিতীয় চেষ্টাত কোনো ৰকমে খুপিলে। ঢকা-খুন্দা খাই গনেশ গুৰিত নামিল।

ইয়াৰ পিছতেই আৰম্ভ হ'ল সেই অমঙ্গলীয়া মুহূৰ্তটো।—গণেশ মন্দিৰৰ বাৰান্দাত বহি চিদানন্দই হুকুহকাই কান্দিবলৈ ধৰিলে। তেওঁৰ কান্দোন দেখি পথৰ দুই চাৰিলোকে আগুৰি ধৰি সুধিলে পকেটত কিমান টকা আছিল। চিদানন্দৰ কান্দোন দেখি এজন সমব্যাথী ডেকা-ল'ৰাই তেওঁৰ গুৱাহাটী ভ্ৰমণৰ উদ্দেশ্য কি সুধিলে। চিদানন্দই চকু পানী টুকি টুকিয়ে সকলো বিবৰি কলে।

শেষত ডেকাই চিদানন্দক এনেদৰে শান্তনা দিলে: নৰেন্দ্ৰনাথে

টকাখিনি নিয়াতকৈ পকেটমাৰ জনে নিয়াটোৱেই আপোনাৰ বৰ ধৰ্ম হ'ব। নবেন্দ্ৰনাথে আপোনাৰ এই টকাখিনি খাই একো কাম কৰি নিদিয়ে। এইখিনি তাৰ চিগাৰেটৰ খৰছ। কিন্তু পকেটমাৰজনৰ এইখিনি টকা দুই মাহৰ খৰছ। চাকৰি পাব বুলি ভেটি দিওঁতে দেউতাৰ হৈ বেচেৰা চাগে পকেটমাৰ হৈছে! যাওঁক, দুখ ন কৰিব, আপোনাৰ টকা কামত লাগিছে। আপোনাৰ ল'ৰাক সৰিয়হৰ খেতিত লগাব। ইয়ালৈ আৰু নাহিব।



# এতিয়া সময় নাই

আজি-কালি বৰুৱা ডাঙৰীয়াক লগ পোৱা বৰ টান। তেওঁৰ যাকে তাকে দেখা কৰিবলৈ, যেই সেই কামত আগবাঢ়িবলৈ মুঠেই সময় নাই। তেওঁ এতিয়া চাহাব হ'ল।

ইন্দ্ৰকান্ত বৰুৱা। আগতে কেৰেণী হিচাপে কামত সোমাইছিল। ঘোকোট গাৰঁৰ ল'ৰা। প্ৰৱেশিকা পাছ কৰিয়েই যেতিয়া চাকৰিটোত জইন কৰিবলৈ আহে তেতিয়া তেওঁৰ ভৰিত আছিল সাধাৰণ এজোৰ চেন্দেল, কঁকালত বগা কাপোৰৰ এটা পায়জামা, গাত কামিজ এটা। হাতত টিনৰ বাকচ এটা লৈ কামত জইন কৰিবলৈ গুৱাহাটী পাইছিলহি। ইয়াত সাধাৰণভাৱেই জীৱন-যাপন কৰিছিল। তেতিয়া কেৰেণীবিলাকৰ দৰ্মাহা মাহিলী সৰ্ব্ব-মুঠ আছিল সাতানব্বৈ টকা আঠ আনা। এইখিনি পইচাৰে হিচাব নিকাচ কৰি চলি ঘৰত এৰি অহা বুঢ়া মাক-বাপেকক ভায়েক ভনীয়েকহঁতলৈকেও অলপ পঠিয়াইছিল।

তাৰ পিছত অৱস্থাৰ উন্নতি হল। গুৱাহাটীত মাটি-বাৰী, বিয়া বাৰু, ল'ৰা-ছোৱালী সব কৰিলে। চাকৰিৰ বৰ বেছি উন্নতি হোৱা নাছিল যদিও চিগাৰেটৰ পেকেটত, দিয়াচলাইৰ ভিতৰত এক ছুইশ টকা বাহিৰা হিচাপে পোৱাৰ সুবিধা থকা বাবে অৱস্থাৰ উন্নতি হ'ল।

মাজতে তেওঁ কিছুদিন সমাজ-সেৱাৰ কামত ব্ৰতী হ'ল। যেনে পিছপৰা অঞ্চলত স্কুল পতা, কলেজ, হাস্পাতাল পাতা, পুথিভঁৰাল, সমবায় পতা ইত্যাদি। সংঘ, সাহিত্য চ'ৰা ধৰ্ম্ম মন্দিৰ ইত্যাদিও বাদ দিয়া নাই। ভৰিত অৰ্দ্ধক্ষয় প্ৰাপ্ত চেন্দেলবোৰ, প্ৰায় মলিয়ন কাপোৰ এজোৰা পিন্ধি, কাষলতিৰ তলত ছুটা মান চাঁদা তোলা বহী চেপা মাৰি লৈ টলৌ টলৌ কৈ ঘূৰি ফুৰে। যাকে য'তে পায় পইচা খোজে,—চিগাৰেট খোজে, চাধা-চূন খোজে, কথা পাতে, তোষামোদ কৰে, নিজৰ কথা জাহিৰ কৰে ইত্যাদি ধৰণৰ তেওঁৰ কাম। সময়-

নাই—একেবাৰে সময় নাই। যেন যম আহিলে মৰিবলৈও সময় নাই। তেওঁ বহুদিন ধৰি গৃহত অন্ন সেৱন কৰাই নাই। সমাজৰ কামত ঘূৰি ফুৰোতে য'তে ৰাতি ত'তে কাটি। য'তে যি মিলিছে তাকে খাইছে। ঘৰ-সংসাৰ, পো-পৰিয়াৰ কোনে কি কৰিছে সেইবোৰ ভাবিবলৈ তেওঁৰ সময় নাই। সমাজৰ কামত ব্ৰতী হৈছে যেতিয়া কাৰ্য্য সিদ্ধি কৰিবই লাগিব। দহে ভাল বুলিব লাগিব। তেহে ফল।

বৰুৱাৰ প্ৰিয় সঙ্গী শইকীয়া। প্ৰিয় সঙ্গী বাছি উলিওৱা বৰ কঠিন কাম। কিন্তু মানুহে নভবাকৈয়ে কেতিয়াবা প্ৰিয় সঙ্গী আহি পৰে। ইয়াৰ মূল কাৰণ হ'ল পৰস্পৰৰ চৰিত্ৰৰ মিল। চৰিত্ৰ ভালেই হওক অথবা বেয়াই হওক দুয়োটাৰে মানসিক গঠন একে হলে পৰস্পৰৰ ভাল পোৱা আহি পৰে। শইকীয়াৰো মৰিবলৈ সময় নোহোৱা মানুহ। দিনে নিশাই কেৱল ব্যস্ততা। দুয়ো লগলাগি আজি-কালি টলৌ টলৌকৈ বেছি ঘূৰে। একে ঠাইতে বহি থাকি কথা পাতি থাকে। কোনো মানুহে দেখিলে দুয়ো এনেভাবে তৎপৰ হৈ উঠে যেন দুয়ো তলৰ মাটি ওপৰ কৰিহে দিব। যেন কলেজৰ বিল্ডিং কাম দুটা এইমাত্ৰ বান্ধি শেষ কৰিহে দিব। যেন হাইস্কুলখনৰ চাৰিওফালে গছ-গছনি ৰুই নলী-নাদ বহুৱাই পাৰ্ক এখন পাতি চমৎকাৰ কৰি দিব। তেতিয়াই ফান্দ সংগ্ৰহৰ বাবে দুয়ো সাজু হয়। শইকীয়াই ঘৈণীয়েকক কয়ঃ হেৰা দুপৰীয়া ঘূৰি অহাত মোৰ কিমান ডেৰি হয় ঠিক নাই। তোমালোকে মোলৈ আপেক্ষা কৰিব নালাগে। খাব, বুইছা। নে-কি কয় বৰুৱা? বৰুৱাৰ পিনে চাই হাঁহি এটা মাৰে শইকীয়াই। বৰুৱাই কয়ঃ হয় হয় কৈ থোৱা ভাল। আজি-কালি স্ত্ৰীসকল বৰ পতি পৰায়ণা হৈ পৰিছে। তেওঁলোকে স্বামীক এৰি অন্ন না খায়। আমাৰ দেশৰ যি সকল ডাঙৰ ডাঙৰ ৰাজনীতিবিদ তেওঁলোকৰ পত্নীসকলে স্বামীদেৱতাক এৰি অন্নগ্ৰহণ ন কৰে। সেই কাৰণে স্বামীদেৱতা সকল বিদেশলৈ গলে অথবা নিজ ঠাইৰে কোনো ঠাইলৈ ভ্ৰমণ

কৰিবলৈ গ'লে তেওঁলোকো লগত যায়। আমাৰ কথা অলপ বেলেগ দিয়কচোন! আমাৰ সেই দিনটোৰহে প্ৰগ্ৰেম।

এদিন শইকীয়া আৰু বৰুৱা দৌৰাদৌৰিকৈ পইচা তুলিবলৈ গ'ল। গাড়ী এখন ভাড়া কৰিলে। দুয়ো চাহাবৰ দৰে গাড়ীৰ পিছৰ চিটত বহি ল'লে। কাহিলীপাৰা, দিছপুৰ, ফাঁচী বজাৰ ইত্যাদি ঠাইত ঘূৰিলে। ভাল হোটেলত ভাত চাহ খালে। গধূলি ঘূৰি আহিল। যিখিনি টকা উঠিছিল গাড়ীৰ ভাৰাতে শেষ! অৱশ্যে কাম হব। ডি. পি. আই আৰু শিক্ষা সচিবক ল'গ ধৰিব পৰা বৰ ভাগ্যৰ কথা। কত জনে ল'গ ধৰিব নোৱাৰি ফিৰি আহে। এদিন দাস গৈছিল—ডি. পি. আই চাহাবক ল'গ ধৰিবলৈ। কাগজ এটুকুৰাও লিখি পিয়নৰ হাতত দিলে। পিয়নে নি চাহাবৰ টেবুলত থলে। পিয়নে কলে: বাহিৰৰ বেঞ্চত বহক। বহুত মানুহ আছে ভিতৰত। মাতিব। বহি থাকক। দাস বহিয়েই থাকিল। নামাতিলে। পিছতহে তেওঁ ধৰিব পাৰিলে চাহাব কমত নাই। মিটিঙলৈ গৈছে। এনে বহুত কাহিনী। শ্ৰীবুৰ্বক হাজৰিকা নামৰ মানুহ এজনৰতো এনে কাহিনী বহুত। তেওঁ লগ ধৰিবলৈ যোৱা নেতা, বিষয়া আদিক লগ ধৰি কথা পাতিবপৰা ভাগ্য তেওঁৰ হোৱাই নাই। গতিকে আজি বৰুৱা আৰু শইকীয়া ডি. পি. আই. সচিব আদিক লগ ধৰিবপৰাটো পৰম ভাগ্যৰে কথা! যাওঁক টকা।

—এইজন বৰুৱা আৰু শইকীয়াকেই আজি-কালি দেখিবলৈ পোৱা না যায়। দুয়ো ক'ত থাকে কোনেও নাজানে।

কিন্তু কাম হৈছে। ভগবানক কোনোৱাই দেখে নেকি? তেওঁ অদৃশ্য হৈ থাকিয়েই পৃথিৱীখন চলাই আছে। ভাৰতৰ প্ৰধান মন্ত্ৰী কোনোবা দিনা চুবচুবী গাৱঁলৈ গৈছেনে? সেই বুলি চুবচুবীৰ নবীন, অমি, দিনেশ্বৰ, শৰৎহঁতে লখোনে আছেনে? চুবচুবী গাৱঁত স্কুল, নামঘৰ, পানী খোৱা পুখুৰী আদি নোহোৱাকৈ আছেনে? [illegible] ধৰণৰ কথা। চেনী আৰু পানী মিহলি হৈ থাকিলে চেনী কোনেও নেদেখে। কিন্তু চাকি চালে চেনীৰ অস্তিত্ব ধৰা পৰে। বৰুৱা আৰু

শইকীয়া আজি-কালি তেনেদৰে মিহলি হৈ থাকে। বৰবাক মানুহে নেদেখিলেও কাম হৈ আছে।

যেনে—তেওঁলোকে পতা স্কুল আৰু কলেজ ভাঙি-চিঙি জহি যোৱাৰ দৰে হৈছে। তেওঁৰ পুতেক আৰু খুলশালীয়েকক স্কুলত কলেজত সুমুৱাই দিছে। অসমত অসমীয়া মানুহে অসমীয়া বস্তুৰ মে'ল নুবুজে। ওচৰৰ বামুন সদায় সুৰী সুৰী গোন্ধায়। আমাৰ চাহ পাত, কমলা, কালিত বোৱা কাপোৰ, বাহঁ-বেতৰ সাজ-বাচন ইয়াত কোনোৱে আদৰ নকৰে। সেই কাৰণে এইবোৰ ভাৰতৰ অন্য ৰাজ্যত গৈ প্ৰদৰ্শনী পাতিলে লোকে চাব, কিনিব। বাহিৰত এইবোৰৰ প্ৰদৰ্শনী পাতিবলৈ বৰুৱা চাহাবক দায়িত্ব দিছে। আৰু কোনে পায় বৰুৱা চাহাবক!

ভাৰতবৰ্ষ এনে এখন দেশ যত মানুহে এবাৰ লংকাত যাব পাৰিলে ৰজা হ'ব খোজে। লংকাখন ওচৰতে থকা বাবে হবলা ইয়াত মানুহে বহিবলৈ পালে শুবলৈ বিচাৰে। দিয়াচলাইটো খোজাৰ চল পালে চিগাৰেট বিচাৰে। আৰু সবতকৈ ডাঙৰ কথা ভেহেঁৰি মাছৰ খালৈত আধাৰ হয়। উদক মাছৰ ভেটা ৰখীয়া পতা হয়। কাম কৰিবলৈ ৰখা ল'ৰাবোৰৰ বেতন দুই ৰকমৰ: এক ৰজাৰ কৰিব লাগিলে কম বেতন, দুই: নালাগিলে বেছি বেতন। এনেদৰেই বিষয়া নেতাসকলৰো 'বেতন কম হলেও কথা নাই যদি পায় টুৰ। বৰুবাৰ টুৰ প্ৰগ্ৰেম প্ৰায় হয় দিল্লী, বোম্বাই, বাংগালোৰ আদিত প্ৰদৰ্শনী পাতিবলগা টুৰ। পায় কোনে!

ঢোলৰ লগত টেমেকা হৈ যোৱাৰ দৰে, পুৰোহিতৰ লগত মোনা লোৱা শিষ্য যোৱাৰ দৰে বিষয়া নেতাসকলৰ লগতো আজি-কালি পুত্ৰ পৰিবাৰ, শাহু, খুলশালী, মোক নহয়। আদি ঠাই চাবলৈ যায়। এতিয়া বৰুবাৰ ঘৰত কেৱল দিল্লী, বোম্বাই আদিৰহে কথা। তেওঁলোকে প্ৰদৰ্শনী পাতে অসমীয়া কাপোৰ, কাহঁৰ বাচন, চাহ-পাত, কমলা টেঙাৰ। কিন্তু ঘৰত ব্যৱহাৰ কৰে ষ্টেইনলেচ ষ্টিলৰ বাচন, বেনাৰসী শাৰী। খায় কফি, আঙুৰ।

সেই কাৰণে বৰুৱাৰ এতিয়া সময় নাই। স্কুল কলেজৰ বাবে মিটিং পতাৰ সময় নাই। টকা তোলাৰ সময় নাই। পুত্ৰ, খুলশালীহঁতে ঠিকমতে দৰ্মাহা পাই আছেনে নাই সেই খবৰটো ৰাখে মাত্ৰ।

সিদিনা ৰাইজে এখন সভা পাতিছিল। তেওঁক মাতিবলৈ জীৱনক পঠালে। তেওঁ জীৱনৰ আগত কৈ পঠিয়ালে: মই মিটিঙত থাকিব নোৱাৰিম বুলি কবি। দেল্হিত প্ৰগ্ৰেম আছে। বাৰটাৰ ফ্লাইটত যাম। নো টাইম।

বৰুৱাৰ এতিয়া সময় নাই। এবা স্বাৰ্থ সিদ্ধি হলে কাৰো সময় নাথাকে।



## ॥ পৰ্য্যবেক্ষক ॥

ভৰ দুপৰীয়া সেইখিনিত বৈ আছিলো। বন্ধু এজন অহাৰ কথা। তেওঁ মোৰ ঘৰ চিনি নাপায় বাবে অলপ আগবাঢ়ি গৈ তেওঁক অপেক্ষা কৰি তাতে বৈ আছিলো। গাড়ী-মটৰ আৰু মানুহক অপেক্ষা কৰি বৈ থকা বৰ টান কাম। চাওঁতে চাওঁতে চকু বিষায়। বিৰক্তিত মন টেঙায় যায়। এনে অৱস্থাতে তেওঁ মোক বহিবলৈ কলে। বং দিবলৈ মাত্র বাকীথকা চকী এখন হাতেৰে জাবি জোকাৰি, মুখেৰে ফুৱাই পৰিস্কাৰ কৰি দি কলে: চাৰ ইয়াতে বহক। বহুত সময় আপুনি থিয় হৈ থাকিল। কাৰোবাক নিশ্চয় অপেক্ষা কৰিছে, বহক চাৰ। মানুহজনৰ সৌজন্যতাত মই মোহিত হ'লো।

আমি বহুত মানুহৰ ঘৰলৈ অথবা ওচৰলৈ যাওঁ—তেওঁলোকে সামান্য সৌজন্যতা ৰক্ষা কৰি বহিবলৈ নকয়। এইখিনিতে ভবেন্দ্র-নাথ, চন্দ্রকান্তহঁতৰ কথা উল্লেখ কৰিব পাৰি। এওঁলোকৰ ওচৰলৈ গলে অসাধাৰণ ব্যস্ততা দেখুৱাই থিয়ৈ থিয়ৈ কব: কিবা কথা আছিল? মই কৰবালৈ যাবলৈ ওলাইছো···ইত্যাদি। এওঁলোক বৰ ডাঙৰ মানুহ। ঘৰত চোফা চেট, কাৰ্পেট আছে। মানুহৰ প্রকাৰ ভেদেহে তাত বহিবগৈ পাৰে।

কিন্তু সৰু সৰু মানুহে খুউব আন্তৰিকতাৰে মানুহক বহিবলৈ কয়।

এই মানুহজনেও খুব আন্তৰিকতাৰে বহিবলৈ কোৱাত বহিলো। তেওঁক কলো: এৰা, অকনমান বহোৱেই দিয়া। থিয় হৈ থাকিলে ভৰি আৰু কঁকালো বিষায়। মোৰ উদ্দেশ্যৰ কথা মানুহজনক কলো। তেৰোঁ মোৰ উদ্দেশ্য বুজিয়েই পাইছিল। সেয়ে এনেদৰে কৈছিল: চাৰ, মই জানিছোৱেই। আমি মানুহৰ প'জ দেখিলেই চিনি পাওঁ কোনে কি উদ্দেশ্য লৈ ইয়াত থিয় হয়। মুখ আৰু চকু দেখিলেই আমি ধৰিব পাৰোঁ।

ঠাইখিনি প্ৰকৃতিৰ অৱদানেৰে ভৰপূৰ। কেবা জোপাও ছাঁ দিয়া বৃক্ষ তাত গজি উঠিছে। আৰু আছে কেবা জোপাও চম্পা ফুলৰ গছ। বদে বৰষুণে মানুহে তাতে আশ্ৰয় লয়। তাৰে তলতে মানুহজনৰ কাৰবাৰটো। এখন সাধাৰণ খেৰৰ চালি। তাৰে তলত আধাকৰা কেইখনমান চকি। ছুটামান মিট্‌চেফ্‌। কেইখনমান তক্তা, কেইটুকুৰামান কাঠ, ৰেণ্ডা, হাতুৰি, বাটুলি, গজাল, বাৰ্ণিছ কৰা ছুটামান টেমা ইত্যাদিৰে তেওঁৰ "বিজয়লক্ষী" ফাৰ্ণিচাৰ হাউচ। মানুহজনে কাঠত ৰেণ্ডা মাৰি মাৰি ৰাস্তাৰ পিনে চাই থাকে। মই বহাৰ পিছত মানুহজনে কথা আৰম্ভ কৰিলে। প্ৰথমে বতৰৰ কথা: আজিকালি অসমতো বতৰ সলনি হ'ল। এতিয়া বাৰিষাকাল অথচ বৰষুণ এটুপিও নাই। বৰষুণ হব কৰপৰা? মানুহে গছ-গছনি, হাবি জংগল কাটিছন কৰিলে গছেহে বৰষুণ দিয়ে। চাৰ, কেতিয়াবা কল্পনা কৰিব পাৰিছিল নে—এক কেপি কাঠৰ দাম পঞ্চল্লিশ টকা হব বুলি। মানুহজনে কৈ থাকিল। তাৰ পিছত বস্তু বাহানিৰ দামৰ কথা ক'লে। তাৰ পিছত চৰকাৰৰ মই মতালি। বিষয়া কৰ্মচাৰীৰ অত্যাচাৰ ইত্যাদি সকলো কথা সভাত বক্তৃতা দিয়া মানুহৰ দৰে কৈগ'ল। মই অৱশ্যে মানুহজনৰ কথা মন দি শুনিব পৰা নাছিলো। কিয়নো, মোৰ দৃষ্টি আছিল সততে ৰাস্তাৰ পিনে। তাৰে মাজতে তেওঁৰ কথাবো হুকাৰ ধৰি আছিলো। ইয়াৰ পিছত মানুহজনে আন এটা কথাৰে মোৰ দৃষ্টি আকৰ্ষণ কৰিলে। তেওঁ কলে: চাৰ কথা এটা কওঁ, আপুনি বেয়া পাব নেকি? মই কলো: পাৰে। কিয় বেয়া পাম? কোৱা।

তেওঁ ৰেণ্ডাখন হাতৰপৰা থলে। আৰু বিড়ি এটা মুখত দি কলে: চাৰ, কিছুদিনৰপৰা লক্ষ্য কৰিছো আজি-কালি আপুনি কোনো মেলে-মিটিঙে আহিবলৈ এৰি দিছে। কিয় বাৰু?

মই আচৰিত ভাৱে তেওঁলৈ চালো। লগে লগে তেওঁক প্ৰশ্নও কৰিলো: এই কথা তুমি বাৰু কেনেকৈ জানিলা?

তেওঁ হাঁহিলে। বিড়িটোত জোৰকৈ হোপা এটা মাৰি

ধোৱাবোৰ নাকেৰে উলিয়াই দিলে। তাৰ পিছত লগতে কাম কৰি থকা সক ল'ৰা এটাৰ পিনে চাই কলে : শম্ভু শুন, মোৰ সৌ তাত (বেৰত আৰি থোৱা কামিজ এটা দেখুৱাই) পইচা আছে। যা "জয় জোৱান"ৰপৰা ইচ্‌পিচাল চাহ একাপ লৈ আহ চাৰৰ কাৰণে। মই চাহ নালাগে বুলি কলো। তেওঁ নামানিলে। কলে : চাৰ, মোৰ এই ফেক্টৰীটোত আপুনি পদধূলি দিছে। আপোনাক এটুপি চাহ খুৱাব খুজিছো। আপুনি গ্রহণ কৰিলে ধন্য মানিম। মই আৰু না কৰাৰ প্ৰশ্ন নাথাকিল।

এনেতে মোৰ ভতিজা এজন আহি মোক খবৰ দিলে : খুৰাদেউ আপোনাৰ যে বন্ধু এজন অহাৰ কথা আছিল তেখেত নাহে—। খুউব জৰুৰী কামত কৰবালৈ যাব লগা হ'ল। মোক খবৰটো দিবলৈ কৈ গৈছে। খবৰটোৱে মোক আঘাট দিলে। তেওঁ আহিব বুলিয়েই মই ব্যস্ত হৈ থাকিলো। তেওঁক অতিথি হিচাপে শুশ্রূষা কৰিবলৈ সতৰ্কতাৰে সচেষ্ট হৈ আছিলোঁ। মাছৰ শেষত পানীত হাঁহ নচৰা অৱস্থা হোৱা আন আশীজন চাকৰিয়ালৰ দৰে মোৰো অৱস্থা ; তথাপিতো বন্ধুবৰ আহিব বুলি যোগাৰ পাতিখিনি কৰিছিলোঁ। আৰু সকলোতকৈ ডাঙৰ কথা-পৰিয়ালৰ ওচৰত মই হেয় হৈ যাম। তেওঁলোকৰ মন্তব্য কি হব ব্যাখ্যাৰ নিষ্প্ৰয়োজন। এইবোৰ কথা ভাবি মই মৌন হৈ গ'লো।

এনেতে মানুহজনে চাহ কাপ আগবঢ়াই দিলে। তেওঁ মোৰ গতিবিধি লক্ষ্য কৰি আছিল। কলে : চাৰ আপুনি বৰ চিন্তাত পৰিছে। হয়, এইবোৰ বৰ অসাধু কথা। কথা দি কথা নৰখা, লোকে 'তাক নোবোলে সখা, "বুলি আমাৰ কথা এটা আছেই। কিন্তু চাৰ, কি কৰিব উপায়তো নাই। মই চাহকাপ খাই তেওঁক সুধিলো : বাৰু তুমি এতিয়া কোৱা মই মেলে-মিটিঙে নহা বুলি কেনেকৈ জানিলা। বেছি দীঘলীয়া নকৰিবা, ঘৰত অপেক্ষা কৰি আছে, চিন্তা কৰিব পাৰে!

তেওঁ দীঘলীয়া নকৰিলে। কলে, চাৰ, আমি সব জানো।

আমি সৰু মানুহবোৰে সমাজৰ সকলোবোৰ কথা লক্ষ্য কৰি থাকো। আমাৰ চকুত কোনো সাৰি যাব নোৱাৰে। আমাৰ কাণত নপৰাকৈ কোনো কথাই নাথাকে। কোন ল'ৰাই কোন ছোৱালীৰ লগত সৌ চম্পাজোপাৰ তলত চুপতি মাৰে আমি জানো। কোনে কাৰ লগত গাড়ীত উঠি চিনেমা চাবলৈ যায় আমি জানো, কাৰ ছোৱালীক টিউচন কৰা মাষ্টৰে পলুৱাই লৈ যায় আমি জানো, কোনে কাৰ দোকানত বাকী খাই পইচা নিদিয়ে আমি জানো, কোনজন লোকে কি ইন্‌কাম কৰে, কাৰ ঘৰৰ থকা-খোৱা আদিৰ ষ্টেণ্ডাৰ্ড কেনে তাকো আমি জানো। কোনে সমাজৰ কামৰ বাবে পইচা তুলি গাইৰ্ কৰে তাকো আমি জানো। ইয়াতে কেনে ধৰণৰ মেল মিটিং হয় তাকো জানো আৰু সেই মেল-মিটিংবোৰত কোন কোন উপস্থিত থাকে—তাকো জানো।

শেষত মই তেওঁৰপৰা বিদায় লৈ সুধিলো: বাৰু মই সেইবোৰ মেল মিটিঙত উপস্থিত নথকাত তুমি ভাল পাইছা নে বেয়া পাইছাঁ?

: চাৰ খুউব ভাল পাইছোঁ। কোনো ভাল মানুহ এনেবোৰ মিটিঙত নাহে। আপুনি নাহি ভালেই কৰিছে। তেওঁ কলে।

: সেইবোৰ মেল মিটিঙলৈ দেখোন বহুত ডাঙৰ ডাঙৰ অধ্যাপক, বিষয়া আদিও আহে, তেওঁ বোলে বেয়া হ'ল নে? মই প্ৰশ্ন কৰিলোঁ।

: চাৰ অধ্যাপক আৰু বিষয়া হলেই ভাল মানুহ হব নোৱাৰে। তেওঁলোক নিজ নিজ স্বাৰ্থ লৈ ব্যস্ত থাকে বুলি কৈ মানুহজনে সেঃ সেঃ কৈ হাঁহিলে। : চাৰ বেয়া নাপাব আকৌ কলে।

তেওঁৰপৰা বিদায় লৈ গুচি আহিলোঁ। বন্ধুজনে "কথা ন বখা কথাটোত" আঘাট পোৱাখিনি মানুহজনৰ কথাখিনিয়ে উপশম কৰিলে। সঁচাকৈয়ে সৰু সৰু মানুহবোৰেহে ডাঙৰ ডাঙৰ কথা-বোৰ জানে। সৰু নাৰিকল বেছি মিঠা।



# দিলোঁ শেষত

তেওঁ সদায় ব্যস্ত। জিৰাবলৈ কথা ক'বলৈ সময় নাই। মোক অৱশ্যে তেওঁ বৰ ভাল পায়। লগ পালেই হাতৰ তলুৱাত চাধা চুণ মোহাৰি অলপ কথা পাতে। তেওঁৰ ব্যস্ততাৰ কথাই বেছি। কিমান দায়িত্ব আহি যে তেওঁৰ ওপৰত পৰিছে—তাক কৈ শেষ কৰিব নোৱাৰি। দোকানত বহি চাহ একাপ খাবলৈ অনুৰোধ কৰিলে চেষ্টা কৰে।

দেখিলে অনুমান কৰিব পাৰি মানুহজন অসম্ভৱ ব্যস্ত। ৰুক্ষ, লেতেৰা বুলি, সলিয়ন পায়জামা আৰু কামিজ, তামোল, চাধা অনবৰতে খাই থকা এখন মুখ। এইবোৰ কথাৰপৰাও তেওঁক ব্যস্তজীৱী বুলি অনুমান কৰিব পাৰি।

যোৱাকালি হঠাতে তেওঁক লগ পালো। আমি সাধাৰণতে মানুহক চিটি বাছত, চাহ দোকানত, বজাৰত আৰু ৰাস্তাত লগ পাওঁ। সভা-সমিতি, তাচৰ আড্ডা, ক্লাব আদিতো মানুহক লগ পোৱাৰ সুবিধা থাকে। কিন্তু এনেবোৰ অনুষ্ঠানত যোগ দিয়াৰ অৰ্থে আমালৈ কোনো নিমন্ত্ৰণীপত্ৰ নহা বাবে লগ পোৱাৰ সুবিধা নাথাকে।

তেওঁক লগ পালো সন্দিকৈ ছোৱালী কলেজৰ সন্মুখৰ গছ এজোপাৰ তলত। প্ৰকাণ্ড গছ। কাউৰী আৰু বগলী পৰে কাৰণে সাধাৰণতে তলত কোনো মানুহ নিজিৰায়। শৰ্মা ডাঙৰীয়াক তাতেই লগ পালো। মই সচৰাচৰ মতাৰ দৰেঃ কিহে শৰ্মা ভালনে? বহুত দিন মানুহটোৰ মুখখনহে দেখা নাই, কিন্তু নামটো ৰবকৈ পাই আছোঁ দেই,—বুলি কোৱাত তেওঁ হাঁহিলে। মই তেওঁক চাহ একাপ খাব নেকি বুলি সোধাত দুয়ো দোকান বিচাৰি অগ্ৰসৰ হ'লো। দীঘলী পুখুৰীৰ পূবপাৰে অৱস্থিত এখন বিহাৰী মহাজনৰ "হোটেল এণ্ড ৰেষ্টোৰা" লৈ। দুয়ো একেবাৰে ভিতৰৰ টেবুল আৰু

চকী এজোৰত বহিলগৈ। এনেবোৰ চাহ-দোকানত আড্ডা মাৰিবলৈ অলপ সুবিধা। কিয়নো, সাধাৰণতে অলপ চাক্ চিকুন কাপোৰ পিন্ধা মানুহ এইখন দোকানলৈ নাহে।

বুন্দিয়া-ভুজীয়া আৰু চাহৰ অৰ্ডাৰ দি দুয়ো বহিলো। শৰ্মাই পাতনি মেলিলে: কি ক'লে, নামটো পাই থকা বুলি ক'লে যে···। তেওঁ মিচিকিয়াই হাঁহি মোৰ চকুলৈ চাই থাকিল। দুই হাত চাধা চূণত ব্যস্ত। কাষলতিৰ তলত চেপা মাৰি লৈ থকা সম্ভাৰখিনি টেবুলত থ'লে। চাপৰি বজাই চূণৰ ধোৱা উৰুৱাই দিলে।

মই ক'লো: যিমানবোৰ বাতৰি কাকত আছে সবতে আপোনাৰ নাম আছেই আৰু। অতবোৰ সভা-সমিতি কেতিয়া পাতে হেৰি। বেছ কিছু মিটিং পাতি ফুৰিছে। স্মৃতি-তৰ্পণ, স্মৃতি-দিবস, আলোচনা-চক্ৰ, সাহিত্য চৰা আদি ক'ত ৰকমৰ যে মিটিং। সবতে আপোনাৰ নাম। ইমান সময় ক'ত পায় হেৰি? আমিতো বজাৰখিনি কৰিবলৈকো সময় নাপাই তিৰীৰ গালি খাওঁ।

শৰ্মাই আৰু এটা অৰ্থপূৰ্ণ হাঁহি মাৰিলে। ইতিমধ্যে বুন্দিয়া ভুজিয়া আহিল। মুখত দি দি শৰ্মাই কলে। ইমানবোৰ মিটিং কত পাতিম হেৰি! সব মিছা কথা। প্ৰচিডিং বুকত সবৰে চহী লৈ বাতৰিটো খবৰৰ কাকতবোৰলৈ লিখি পঠিয়াও। ক'ত মিটিং হৈছে ন হৈছে কোনে খবৰ ৰাখে। সকলোবোৰ চহীৰ মায়া জাল।

মই অলপ আচৰিত হোৱাৰ দৰে সুধিলো: মিটিং এখন উপস্থিত নথকাকৈ কোনে চহী কৰে হেৰি? শৰ্মাই আকৌ হাঁহিলে: সেইটো এটা কিটিপ। বাতৰি কাকতত আপোনাৰ নামটো উঠিব বুলি জানিলে আপুনি চহী এটা নিদিবনে? চহীৰ ওপৰতেই দুনিয়াখন চলি আছে। সব মন্ত্ৰীয়ে পঢ়ি চাই চহী কৰে বুলি ভাবেনে? সব অফিচাৰ অফিচলৈ না যায় চহী কৰে। সকলো শিক্ষক সদায় স্কুললৈ নাযায় চহী কৰে। সকলোবোৰ

সম্পাদকীয় সম্পাদকে লিখেনে? বিধান সভাৰ খিলখন সম্পূৰ্ণ পঢ়ি চায়নে? চহী কৰে। চহীৰ বৰ মায়াজাল। আমাৰ ৰাষ্ট্ৰপতিয়েও কেৱল চহীহে কৰিব লাগে। শৰ্মাই এইবাৰ ঢেক্-ঢেক্‌কৈ হাঁহিলে। মই কিন্তু হাঁহিব নোৱাৰিলোঁ।

শৰ্মা ডাঙৰীয়াই চহীৰ কথা কওঁতে মোৰ অতীতৰ কথা এটা মনত পৰিল। তেতিয়া অসমৰ ৰাজধানী আছিল শ্বিলঙত। মোৰ নিজৰ টকাৰে কিবা এটা বস্তু কিনিম তাতে লাগে চৰকাৰী অৰ্ডাৰ। সেই কাৰণে অৱৰ সচিবৰ ওচৰলৈ অহা-যোৱা কৰিছিলোঁ। তেৱোঁ বৰ বিৰক্তি পোৱা হ'ল। শেষত কলে আপোনাৰ দৰ্খাস্তত মিনিষ্টাৰে চহী এটা দিলে হব। আনিব পাৰিব? মই বুকু ফিন্দাই কলো: চহী এটা আনিব নোৱাৰাৰ কি কথা আছে।

মেকুৰীয়ে ভজা মাছ খাবলৈ চুপি থকাৰ দৰে বহুত দিন চুপি-চুপি মন্ত্ৰীক লগ পালোঁ। তেওঁ চহীটো দিবলৈ ৰাজী নহয়। বহুত কাকুতি-মিনতি কৰিলোঁ। শেষত চহী এটা দিলে। মন্ত্ৰীৰ চহী ইমান সহজতে আদায় কৰিবপৰা কেইজন মানুহ আছে? অহংকাৰত মোছকোছা থিয় হৈ উঠিল।

চহী লোৱা দৰ্খাস্তখন নি অৱৰ সচিবক মহাগৰ্বত দিলোঁ। তেওঁ এটা ভ্ৰূকুটিৰ হাঁহি মাৰি মোৰ পিনে চালে আৰু কলে: চহীটো কৰিছে ঠিকেই কিন্তু কি চিয়াহীৰে চহী কৰিছে? মন্ত্ৰীৰ দুটা কলম, এটা ৰঙা চিয়াহীৰ আনটো সেউজীয়া। সেউজীয়া চহী আনক ডাঙৰীয়া।

মই মনে মনে থকাত শৰ্মাই কলে: চুপ হৈ গ'ল যে কি চিন্তা কৰিছে? বাৰু চিন্তা এৰক, এতিয়া আচল কথালৈ আহো। এই বুলি তেওঁ বহী এটা উলিয়ালে। তাৰ মাজৰপৰা বাছি বাছি কৰ্ম এখন উলিয়ালে। তাৰ পাছত অলপ গম্ভীৰভাৱে ফৰ্মখন মোৰ পিনে আগুৱাই দি কলমটোৰে ঠাই এডোখৰ দেখুৱাই কলে: ইয়াতে চহী এটা কৰক। মাত্ৰ পাঁচ হাজাৰৰ······।

মই ছহীটো দিবলৈ ইচ্ছা ন কৰাত তেওঁ কলে: দিয়ক, দিয়ক একো টান ন পৰে। দৰ্মাহাৰপৰা কাটি থাকিব। এল. আই. চি. কৰা মানে আপোনাৰ ভাল......ইত্যাদি।

চহীটো সঁচাকৈয়ে মই নিদিলোঁহেঁতেন। কিন্তু শৰ্মাৰ শেষৰ বাক্যটোৱে মনটো বৰ করুণ কৰি দিলে: হেৰি আপোনালোকে যদি এইখিনি সহায় নকৰে আমি কি কৰি খাওঁ! সভা-সমিতি দিবস পাতিতো জীৱিকা নিৰ্ব্বাহ কৰিব নোৱাৰি।

দিলোঁ শেষত।



# বিশিষ্ট

কোনোবা নেতাই কোনো মুকলি সভাত অথবা প্ৰেছ মেলত ছুষাৰ কথা কলে খবৰৰ কাকতবোৰত ডাঙৰ ডাঙৰ আখৰেৰে বাতৰি ওলায়: নিজৰ দেশৰ সন্মান ৰক্ষা কৰিবলৈ আমি প্ৰত্যেকে সজাগ হ'ব লাগে। দেশৰ কামত আত্মনিয়োগ কৰিবপৰাটোৱেই হ'ল প্ৰকৃত দেশপ্ৰেম। ইত্যাদি। ইত্যাদি। কিন্তু প্ৰকৃতাৰ্থত তেওঁলোকে একো ন কৰে। কাৰ্য্যক্ষেত্ৰত তেওঁলোক সম্পূৰ্ণ বিপৰীত। তেওঁলোকৰ ওচৰলৈ কোনো দুখী-গৰীৱ কিবা একেৰিমান সুবিধা পোৱাৰ আশাৰে গলে খেদি পঠিয়াই। তেওঁলোকে মাছে-মঙহে খাই, ভিক্ষাৰীক শুকান ৰুটী একো টুকুৰা দলিয়াই দিয়ে।

ওপৰৰ কথাখিনি হৰেন বাবুৰ বিষয়ে কোৱাৰ আগতে কব লগা হ'ল। কিয়নো, মানুহে সদায় যি কোনো কথাৰ তুলনা কৰিহে বিচাৰ কৰে। বেয়াৰ লগত ভাল, অসাধুৰ লগত সাধুৰ, দুষ্টৰ লগত সন্তৰ তুলনা যুগে যুগে আছে। কিন্তু আজিৰ যুগত মানুহে বাহ্যিকতাকহে বেছি প্ৰাধান্য দিয়ে। আজি-কালি 'বাহিৰে ৰং-চং ভিতৰে কোৱাভাতুৰী' হলেই হ'ল।

বেয়া কামৰ প্ৰচাৰ কিন্তু সাংঘাতিক। যেনে—কোনোবাই ফটাশিল আমবাৰীলৈ ৰিক্সা আনি ৰমকৈ ভাৰা দিলে অথবা ৰিক্সা চালকৰ লগত তৰ্ক কৰিলে বদনাম হ'ল আমবাৰীৰ। যেনে— "আমবাৰীলৈ যাব নোৱাৰি বৰ বেয়া ঠাই। ৰিক্সাৱালাক মাৰে আৰু পইচা নিদিয়ে।" কিন্তু ৰিক্সাবোহীজন আচলতে ৰাজধানীৰহে মানুহে! ঠিক এনে ধৰণে এখন গাৱঁৰ কোনো এজন লোক চোৰ হলে গাঁওখনৰে বদনাম, কোনো এটা অফিচৰ দুই চাৰিজন বিষয়া-বৰ্গই ভেটি খালে গোটেই অফিচখনৰে বদনাম। কিন্তু ভাল কাম এটা কৰিলে কোনোৱে প্ৰচাৰ বা সদনাম ন কৰে।

সেই কাৰণেই হৰেন বাবুৰ কথাখিনি লিখি থলো। জানো,

কতুমানৰ মতে এইটো একো ডাঙৰ কথা নহয় যে ইয়াক বুৰঞ্জীত লিপিবদ্ধ কৰি থব লাগিব। কিন্তু মোৰ মতে এইটো বৰ ডাঙৰ কথা। আচৰিত কথা। দুখি শক্তিকাত নোহোৱা নোপোজা কথা। আগৰদিনৰ ৰজা-মহাৰজাবোৰে শ্ৰমিকৰ হতুৱাই আপোনা-আপুনি হোৱা গছবোৰৰ অলপ অলপ আপদাল কৰিছিল—বুৰঞ্জীত তাকেই লিখা হৈছিল : তেওঁ অশেষ জনহিতকৰ কাম কৰিছিল। আলিৰ দুয়োকাষে গছ-গছনি কই প্ৰজাহিতকৰ কাম কৰিছিল...।

হৰেন বাবুৰ সিদিনাৰ সেই কামটো ইয়াতকৈ বহুগুণে জনহিতকৰ কাম আছিল। এনে এটা জনহিতকৰ কাম অন্ততঃ দহজন লোকে জানিলে অৰ্থাৎ মই এই লিপিবদ্ধ কৰা কথাখিনি অন্ততঃ দুকিজন লোকে পঢ়িলে তেখেতৰ দৰে মানুহে যে আচলতে দেশনেতাৰ, প্ৰজাহিতাকাঙ্ক্ষী ৰজাৰ শাৰীত পৰিব লাগে তাক উপলব্ধি কৰিব।

আচলতে বোকাতি পদুম ফুলে, শামুকৰ পেটত মাণিকৰ জন্ম হয়। এইবোৰ কথাৰ আজি-কালি মূল্য নাইকিয়া হ'ল। আজি-কালি অট্টালিকাৰ ওপৰত টাবত পদুম ফুলা হ'ল। মানুহে নিজে নিজে কৃত্ৰিম ৰং দি মাণিক তৈয়াৰ কৰি ল'ব পৰা হ'ল। গতিকে প্ৰকৃত পদুমৰ, মাণিকৰ আদৰ কমি গ'ল।

নিঃস্বাৰ্থভাৱে কাম কৰিব পৰা লোক-সমাজত কেইজন আছে? ৰাজনীতিবিদৰ কথা বাদেই—আজি-কালি সাহিত্যিকবিলাকো স্বাৰ্থপৰ। বিনা স্বাৰ্থ-ই সাহিত্য সাধনা কৰা সাহিত্যিক কোনোবা আছেনে? নাই—।

কিন্তু এই আটাইবোৰৰে ওপৰত হৰেনবাবু ব্যতিক্ৰম। কোনো স্বাৰ্থ নোহোৱাকৈয়ে তেওঁ সাহিত্য সাধনা কৰি আছে। খবৰৰ কাগজত অথবা কোনো আলোচনীত কবিতা, প্ৰবন্ধ, উপন্যাস আদি লিখিলেই, দুই-চাৰিখন কিতাপ লিখিলেই মানুহে সাহিত্যিক বোলে। কিন্তু প্ৰকৃততে তেনে হোৱাটো উচিত নহয়। মোৰ মতে যিয়ে নিজ ভাষাৰ কিতাপ কিনি পঢ়ে, কোনে কি লিখিছে, কাৰ লিখাৰ কেনে মানদণ্ড বিচাৰ কৰে, দুই-চাৰি লেখকৰ স্বগত সাহিত্যক

প্ৰতি সম্পৰ্কে আলোচনা কৰে—তেওঁলোকেহে প্ৰকৃত সাহিত্যিক। হৰেনবাবুৰ এইবোৰ গুণ বিদ্যমান। এনে ৰূপত তেখেতক বহুদিন লগ পাইছিলোঁ। কিন্তু সিদিনা তেওঁৰ আন এটা ৰূপ দেখা পালোঁ। যিটো কথা কবৰ কাৰণেই মই এই আটাইবোৰ তুলনামূলক কথা ৰলকিছোঁ।

কথাটো আছিল এনে ধৰণৰ :

তেতিয়া আছিল দুপৰীয়া। বাহিৰত ৰ'দৰ খাওঁ খাওঁ মূৰ্তি। ভিতৰত ৰ'দ নাই। কিন্তু পাঙ্খাৰ অভাৱত গেলেপ মাৰা গৰম। তেনে অৱস্থাতে হৰেনবাবুৰ ওচৰত গৈ বহিলোঁ। আমি কথা পাতি থাকোঁতেই তেওঁৰ ওচৰলৈ মোৰ অচিনাকি মানুহ এজন আহিল। হৰেনবাবুৱে অৱশ্যে তেওঁক আগৰেপৰাই চিনি পায়।

মানুহজন বহাৰ লগে লগে হৰেনবাবুৱে তেওঁৰ জেপৰপৰা টকা ত্ৰিশটা উলিয়াই দি হিন্দীতে ক'লে : আপুনি আহিল ভালেই হ'ল। বস্তি ফুকনে আপোনাৰ টকা ত্ৰিশটা মোৰ হাতত দি গৈছে— আপোনাক দিবলৈ। লওঁক। পলম হোৱা বাবে বেয়া নাপাবলৈ অনুৰোধ কৰিছে। মানুহজনে টকাখিনি হাত পাতি ল'লে আৰু ফুকনৰ প্ৰতি এনে প্ৰশংসা বাণী প্ৰয়োগ কৰিলে : তেখেতক বহুত ধন্যবাদ। মানুহজনক টকা-পইচাৰ ক্ষেত্ৰত যিমান খাৰাপ বুলি শুনিছিলোঁ তেনেকুৱা বেয়াতো নহয়। টকাটো ঘূৰাই দিয়াত অলপ পলম হ'ব পাৰে; কিন্তু কথামতে ঘূৰাই দিছে। ইত্যাদি। কথোপকথনখিনি হিন্দীতে। ইয়াৰ পাছত চাহৰ অৰ্ডাৰ দিলে। চাহ-চিগাৰেট খাই মানুহজনে এটা সময়ত বিদায় ল'লে।

মানুহজন যোৱাৰ পাছত হৰেনবাবুক সুধিলোঁ : মানুহজন মণিপুৰী নহয়নে? বস্তিয়ে তেওঁক লগ্নিছিল কেনেকৈ? আচৰিত কথা বস্তি ফুকনে তেওঁৰপৰা লোৱা টকা ইমান সহজে ঘূৰাই দিলে? হৰেনবাবুৱে মিচিকিয়াই হাঁহি এটা মাৰিলে। তাৰ পাছত ক'লে : বস্তি ফুকনে ক'ত টকা ঘূৰাই দিবহে? মোৰপৰাই দি তেনেকৈ ক'লোঁ।

মই : কি আচৰিত। বস্তিয়ে দিয়া বুলি কৈ আপুনি নিজৰ টকা দিলে, অথচ ক'লে কেনেকৈ ?

হৰেনবাবু : কাৰণ আছে।

মই : কি কাৰণ ?

হৰেনবাবু : এই সামান্য এটা কথাই অসমীয়া জাতিৰ গ্লানি আনিব। মানুহজনে মোক কেবাদিনো পইচাখিনিৰ কথা সোঁৱৰাই দি বস্তি ফুকনৰ গাত লগাই অসমীয়া মানুহৰে বদ্‌নাম কৰিছিল। মই প্ৰায়ে মণিপুৰলৈ যাওঁ। তাক লগ পাওঁ। লগ পালেই প্ৰথম প্ৰথম টকা ত্ৰিশটাৰ কথা। গতিকে এইটো বুদ্ধি কৰি টকাখিনি দি দিলোঁ। নিজৰ জাতি এটাক আনৰ ওচৰত এনে হেয় কৰিব নোৱাৰি নহয়।

ইয়াৰ পিছত মই অবাক হোৱাৰেই পাল। হৰেনবাবুৰ এই বদান্যতাৰ কথা, দেশপ্ৰেমৰ কথা আপোনালোকে যাৰ লগত তুলনা কৰে কৰিব—মইতো প্ৰথমেই কৈছোঁ তেওঁক কাৰ লগত তুলনা কৰিব পাৰি। শেষত বস্তি ফুকনৰ বিষয়ে অলপ পৰিচয় দি আৰু তেওঁ মণিপুৰীজনৰ লগত কেনেদৰে টকা-পইচাৰ লেন-দেন তাক চমুকৈ ব্যাখ্যা এটা দি আপোনালোকৰ ওচৰত মোৰ বক্তব্যৰ সামৰণি মাৰিম।

বস্তি ফুকন—এওঁ বগা। অনবৰত তামোল খাই থাকে। স্বাস্থ্য পাতি বৰ ভাল নহয়। কথা বৰ মিঠা। খুব দুখত পৰিলে অলপ মদ খায়। আৰু তাচ খেলে। টকা-পইচাৰ অভাৱ নাই। কিন্তু আনৰপৰা পইচা আনিলে কেতিয়াও ঘুৰাই নিদিয়ে। ধাৰ কৰিবলৈ যোৱাৰ সময়ত তেওঁ আপোনাক চেক এখন দিহে টকা ল'ব। সেই চেক লৈ বেংকলৈ গ'লে কিন্তু চেক ৰিটাৰ্ণ আহিব। তেওঁৰ একাউণ্টত টকা নাই। টকা ধাৰ লবলৈ আহি তেওঁ এনে এটা বিপদৰ কাহিনী আপোনাক ক'ব যে আপুনি তেওঁক সহায় নকৰি নোৱাৰে। বিপদবোৰৰ ভিতৰত বেছিভাগেই ওৱাইফৰ

ডেলিভাৰি, স্কুটাৰ অথবা গাড়ীত এক্সিডেণ্ট. ঘৰ চুৰি, পৰিয়ালৰ কোনোবাটোৰ অসুখ ইত্যাদি।

অনিচ্ছা সত্ত্বেও মানুহ অৱস্থাৰ দাস হ'ব লগা হয়। মুখ লজ্জাত আমি বহুত কাম কৰোঁ। বহুত লোকে মুখ লজ্জাৰ সুযোগ লয়। বস্তি ফুকনো ইয়াৰ অন্যতম। এই বিষয়ত বুদ্ধিও তেওঁৰ অপৰিসীম। ইঞ্চিওৰেঞ্চৰ এজেন্টৰ দৰে তেওঁ সদায় নতুন নতুন চিকাৰ বিচাৰি ফুৰে। এনে পৰিপ্ৰেক্ষিততে মণিপুৰীক ল'গ পাইছিল। তেওঁ আহিছিল কিবা এটা কামত। এজন মানুহৰ ঘৰ বিচাৰি ফুৰোঁতে লগ পালে ফুকনক। সুধিলে মানুহজনৰ সন্ধান। তেওঁৰে "নেজত" তুলি মণিপুৰীক একেবাৰে ঘৰটো দেখুৱাই নহয় ঘৰত "পৌছাই" দি আহিল। মণিপুৰীয়ে তেওঁৰ পৰিচয় দিলে— পৰিচয় ল'লে। বন্ধুত্ব গঢ়ি উঠিল। তাৰ পিছতে ত্ৰিশ টকা ধাৰ। সেই ধাৰেই হৰেনবাবুৱে পৰিশোধ কৰিলে।

কোৱা বাহুল্য যে হৰেনবাবুকো ফুকনে কমেও দুশমান টকা দিবলৈ আছে।



# বৃন্তচ্যুতা

সাত কিলোমিটাৰ দূৰৰ কলেজত উৰ্মিলা পঢ়ে। মাকে প্ৰথমতে বাধা দি কৈছিল বোলে, তোৰ ৰব কষ্ট হ'ব, কলেজত পঢ়িব নালাগে। মেট্ৰিকটো যে পাছ কৰিছ সেয়েই বহুত। উৰ্মিলাই বোলে নহয় মা, কষ্ট কৰি পঢ়া-শুনা কৰিলেতো সেই শিক্ষাই সাৰ্থক। পঢ়াৰ কেতিয়াও শেষ নাই মা—মাকে বোলে যি কৰ। মাক দময়ন্তীয়ে ভাগৱত মাতিলে :

তোমাৰ চিন্তায়ে দিন বহি যায়
গোধূলি গোপাল আসি
অলকা আবৃত গোৰজে ৰঞ্জিত
দেখাৱা মুখ প্ৰকাশি ॥

উৰ্ম্মিলাই ছাগলী, হাঁহ, পাৰ পুহিছে। সাতটা ছাগলীৰ তিনিটা খাহী কৰি থৈছে। চাৰিজনী খীৰতি পাঠি। দিনত দুবাৰ খীৰায়। প্ৰায় তিনি লিটাৰ গাখীৰ। আধা লিটাৰ খায়, আধা লিটাৰ দৈ কৰে আৰু দুই লিটাৰ যদু মহাজনে কিনে। কুৰিটা হাঁহ। দিনে কমেও দহটাই কণী পাৰে। হাটলৈ নিবই নালাগে। খলিল ফালেণ্ডি আহি ঘৰৰপৰাই লৈ যায়। পাৰ দহ জোৰা। মাহত কমেও চাৰি জোৰা বিক্ৰী কৰিব পাৰে। গাৱঁতে আঠ-ন টকা যোৰে দাম পোৱা যায়।

ইয়াৰ উপৰিও বছৰৰ বাৰ মাহে উৰ্ম্মিলাৰ কুশ-সহৰ খেতি আছেই। যেনে—পল বেঙেনা, জলকীয়া, উৰহি, লাউ, জিকা, ভোল, কোমোৰা, শাক-পাচলি, কল, তামোল-পাণ, নাৰিকল ইত্যাদি। এইবোৰ বুধবৰীয়া হাটত নিজে বিক্ৰী কৰে। কেতিয়াবা বেপাৰীয়ে আহি ঘৰৰপৰাও লৈ যায়।

হাত শাল এখনো পিছফালে পাতি লৈছে উৰ্ম্মিলাই। আজৰি পৰত বহি দুইখনলৈ উলিয়াই।

মাক দময়ন্তী বুঢ়ী হৈ আহিছে। সেইভাক মবাৰ পিছবেপৰা মাকৰ শৰীৰ পৰি আহিছে। উৰ্ম্মিলাক লৈ বুঢ়ীৰ মহা চিন্তা। মাকে ভাবে তাইক ক'ৰবাত গতাই দিব পাৰিলেই দেহাটো পেলাব পাৰে। উৰ্ম্মিলাই উদ্ধৱক ভাল পায়। উদ্ধৱে উৰ্ম্মিলাক বিয়া কৰাব বুলি কথা দিছে। কিন্তু মাকে সেই কথা বিশ্বাস কৰা নাই। মাকে কয়: নগৰত চাকৰি কৰা ল'ৰা এটাই এই ঘোকোট গাৱঁৰ ছোৱালী ক'ত জানো বিয়া কৰাব আই! উৰ্ম্মিলাই মাকক বুজায়: উদ্ধৱ দা এনে নহয় মা। টাউনত থাকিলেও গাৱঁতহে তেওঁৰ মন। তেৱোঁ গাৱঁৰে ল'ৰা মা। মাকে বোলে জানো আই, তোৰ ভালেই মোৰ ভাল। মাকে ভাগৱত মাতিলে:

ৰুক্মিণী প্ৰমুখ্যে নাৰী কিনো ভাগ্যৱতী।
যাহাৰ গৃহক কৃষ্ণে ক্ষণেকো নেৰন্তি॥
কমল লোচন স্বামী পায়া অনুক্ষণে।
সেৱা কৰি থাকৈ এহি অৰুণ চৰণে॥

গাৱঁত উৰ্ম্মিলা এতিয়া আগশাৰীৰ উৎপাদিকা। হাঁহ, পাৰ, ছাগলী, শাক-পাচলি, পাণ-তামোল আদি বিক্ৰী কৰা ধনেৰে নিজেতো ভাল দৰে খাই-বৈ আছেই, আনকি ছুই পইচা ৰাহিও কৰিছে। এই লৈ গাৱঁত বহুত ঈৰ্ষা নকৰাও নহয়। ঠাট্টা-মস্কৰা আদিও ছুই একে কৰিছিল, কিন্তু শেষত উৰ্ম্মিলাৰ আগত সকলোৱে সেও মানিলে। এতিয়া উৰ্ম্মিলাৰ ঘৰলৈ সকলো ৰকমৰ মানুহেই আহ-যাহ কৰে। সকলোৱে দিহা-পৰামৰ্শ আদিও উৰ্ম্মিলাৰপৰাই লয়। উৰ্ম্মিলা পঢ়া-শুনাত নিয়মীয়া। এইবাৰ তাই দ্বিতীয় বাৰ্ষিকৰ ছাত্ৰী। কলেজৰ প্ৰথম বাৰ্ষিকৰ পৰীক্ষা দিওঁতে তাই ডিউলী পাছ কৰিছে। অৱশ্যে খুব ভাল এটা নম্বৰ পোৱা নাই। কিয়নো অতবোৰ কাম কৰি তাই পঢ়াৰ নামত যথেষ্ট খাটনি এটা দিব পৰা নাই। তথাপিও তাই পঢ়াটোক ফাষ্ট প্ৰিফাৰেঞ্চ দিয়ে।

উৰ্ম্মিলাই উদ্ধৱৰপৰা চিঠি এখন পালে—লিখিছে ছুই এদিনতে তেওঁ আহিব। উৰ্ম্মিলাই মাকক খবৰটো দিলে। মাকেও ভাল

পালে।, মাকৰ ইচ্ছাটোও প্ৰকাশ কৰি দিলে বোলে—এইবাৰ আহিলে উদ্ধৱক কবি যে দিন বাৰ এটা ঠিক কৰি কামটো শেষ কৰিব লাগে। উৰ্ম্মিলাই মাকৰ কথাত খণ্ডো নকৰিলে, বঢ়োঁ নকৰিলে। তাই সদায় ধীৰ স্থিৰ। ভাবৰ উচ্ছ্বাসত কোনো দিনেই উৰ্ম্মিলাৰ হাৰ মনা নাই।

উদ্ধৱৰপৰা চিঠি পোৱাৰ পিছত উৰ্ম্মিলাই তেওঁৰ কাৰণে দৈ, কণী, পাৰ, পাচলি আদি সাঁচি ৰাখিছে। বিচনাখনত নিজে বৈ উলিওৱা বিচনা চাদৰ এখন পাৰি কোঠাটোত লক্ষ্মী আৰু কৃষ্ণৰ ফটো এখনো আঁৰি থৈছে।

উদ্ধৱে এতিয়া চহৰত চৰকাৰী চাকৰি কৰে। তেওঁ একেবাৰে আধুনিক ৰূপত আহিছে। যেনে কাণ দুখন ঢাকি ৰখা, বুৰঞ্জীত দেখা সেই ৰবাৰ্ট ক্লাইবৰ টুপীৰ দৰে চুলি, ডিচ্‌কো ষ্টাইলৰ ঠেঙা, আৰু কামিজ, ভৰিত চেইন টনা শ্ব্‌। আঙুলিৰ দুটা নখ অতি দীঘল। তাতে ৰং সনা ইত্যাদি। উদ্ধৱে আহিয়েই উৰ্ম্মিলাৰ মাকক কৈছে: গুড্ মৰ্ণিং মা। উৰ্ম্মিলাক কৈছে: হেল্লো মাই ডিয়েৰ উৰ্ম্মি, হাউ আৰ ইউ, ইয়োৰ হেল্‌থ ইজ গয়িং ডাউন, হোৱাই?

উদ্ধৱে উৰ্ম্মিলাৰ চেহেৰাটো বেয়া দেখাৰ কাৰণ হ'ল—তেওঁ ছাগলী থীৱায়, দৰখ দি, হাঁহ-পাৰক খুদ-চাউল, মল ধান দি বাহৰোৰ পৰিষ্কাৰ কৰি, পাচলিৰ বাগিচাত কাম কৰি লেতেৰা-পেতেৰা হৈ আছে। আউলী-বাউলী হৈ থকা চুলি কোছা সামৰি লৈ খোপা এটা বান্ধি থৈছে; মূৰ, মুখত তেল, সেন্দুৰ, পাউদাৰ আদি একো ঘঁহা নাই। গাত নাইলন, পাট, চিফন, টেৰিলিন জাতীয় আধুনিক কাপোৰ একো পিন্ধা নাই। পিন্ধিছে নিজে শালত বৈ লোৱা কপাহী চাদৰ, মেখেলা। ভৰিত একো নাই। গতিকে উদ্ধৱৰ দৰে ডিস্কো ষ্টাইলত অহা চৰকাৰী চাকৰিয়াল এজনে যিয়ে চহৰত অহৰহ বিদেশী কাপোৰ আৰু বিদেশী প্ৰসাধনেৰে উজ্জ্বল হৈ থকা অসংখ্য গাভৰু দৰ্শন কৰি থাকে তেওঁ গাৱঁৰ উৰ্ম্মিলাক বেয়া দেখিবই।

উৰ্ম্মিলা উদ্ধৱৰ কাৰণে খোৱাৰ যোগাৰ কৰাত ব্যস্ত। তেওঁ

খোলা চাপৰি পিঠা আৰু নাৰিকলৰ লাড়ু বনাইছে। কণী সিজাই এক গিলাচ ছাগলীৰ গাখীৰেৰে উদ্ধৱক খাব দিছে। উদ্ধৱে কথাটো ভাল নাপালে। তেওঁ টাউনৰপৰা কালাকান্দ, নলেন গুৰৰ সন্দেশ, ৰবি ব্ৰাদাৰ্চৰ কেক আনিছে। অথচ তাৰে এটা বস্তুও উৰ্ম্মিলাই খুলি চোৱা নাই অথবা তেওঁক খাবলৈও দিয়া নাই। উদ্ধৱে খুব অপমান অনুভৱ কৰিলে। কিন্তু মনৰ কথা প্ৰকাশ নকৰি উৰ্ম্মিলাই দিয়া খোলা চাপৰি পিঠা আদি নাখালে। মাথোঁ সিজোৱা কণীটো খাই আৰু গাখীৰ এঢোক মাৰি চিগাৰেট মুখত দিলে। দময়ন্তীয়ে উদ্ধৱৰ কিবা গা তা বেয়া নেকি নাখালে যে তাৰ বাবে উদ্বেগ প্ৰকাশ কৰিলে আৰু উদ্ধৱৰ ওচৰত ব্যক্ত কৰিলে। উদ্ধৱে সম্ভ্ৰমসূচক উত্তৰ এটাও নিদিলে। উৰ্ম্মিলাই কিন্তু সতৰ্কতাৰে কথাটো লক্ষ্য কৰিছে আৰু ভিতৰি ভিতৰি আমোদ এটা পাইছে।

উৰ্ম্মিলাৰ গমত তৎ নাই। উদ্ধৱক চাহ-পানী দি ভাত ৰন্ধাৰ যোগাৰ কৰাত তেওঁ ব্যস্ত। উদ্ধৱে তাকো ভাল পোৱা নাই। পুৰুষে নাৰীক সদায় ওচৰত পোৱাৰ, ওচৰতে বহি কথা পতাৰ কামনা কৰে আৰু নাৰীয়ে পুৰুষক খুৱাই সন্তুষ্ট কৰাৰ কামনা কৰে।

এটা সময়ত আজৰি অকণ উলিয়াই উৰ্ম্মিলা আহি উদ্ধৱৰ ওচৰত বহিল। উদ্ধৱে প্ৰথমে অভিমান দেখুৱালে। পিচত তেওঁ অনা প্ৰসাধনৰ সামগ্ৰীবোৰ উলিয়াই দিলে। উদ্ধৱে উৰ্ম্মিলাৰ কাৰণে মুখত ঘঁহা নানাবিধ প্ৰসাধন সামগ্ৰী যেনে—বসন্ত মালতী, নিভিয়া, টুহিনা, লেভেন্দাৰ আদি সুগন্ধি ক্ৰীম, নখত ঘঁহা ৰং, ওঁঠত আৰু চকুৰ চেলাউৰিত লগোৱা ৰং, ৰঙীন পাউদাৰ, সুগন্ধি চাবোন, চুলিত মৰা ৰঙীন পিন, টেৰীন শাৰী, ব্লাউজ, ৰুমাল, সুগন্ধি আতৰ ইত্যাদি নানা তৰহৰ প্ৰসাধন সামগ্ৰী আনিছে। চক্ৰাৰী ব্ৰিফ কেচটো খুলি উদ্ধৱে এইবোৰ উৰ্ম্মিলাৰ হাতত দিলে। উৰ্ম্মিলাই অকণমানো আবেগ-ভালপোৱা প্ৰকাশ নকৰি ক'লে: এইবোৰ অত টকা ভৰি কিয় আনিছে উদ্ধৱ দা? এইবোৰ ঘঁহিবলৈ মোৰ সময়েই বা ক'ত?

উদ্ধৱ আহত হ'ল। তেওঁ চৰম অপমান বোধ কৰি ক'লে:

তোমাক মই এই গাৱঁলীয়া যখিনীৰ ৰূপত দেখিবলৈ ইচ্ছা নকৰোঁ ঊৰ্ম্মি। টাউনত মোৰ ষ্টেটাচ এটা আছে। এই ৰূপত তুমি……।

ঊৰ্ম্মিলাই ক'লে: আপুনি ভুল বুজিছে উদ্ধৱ দা। মই যদি এতিয়া গা-পা ধুই এসাজ নতুন, মোৰ শালত বৈ উলিওৱা মুগা ৰঙৰ পাৰি দিয়া মেখেলা চাদৰ পিন্ধি, গছৰ জালুকীয়া পাণেৰে এখন তামোল খাই আপোনাৰ ওচৰত বহোঁ—আপোনাৰ মোক সৰস্বতীৰ দৰে লাগিব। মোৰ গাখীৰ খোৱা গাল এনেয়ে ৰঙা। অকণমান জুই ফুৰালে দেখিব—মোৰ গালেৰে যেন তেজহে ওলাই আহিছে……।

উদ্ধৱ ছাট কৰে থিয় হ'ল আৰু ক'লে: তোমাৰ লেকচাৰ শুনিবলৈ মই অহা নাই। শুনা, যেতিয়ালৈকে তুমি এইবোৰ প্ৰসাধন ব্যৱহাৰ কৰি আধুনিক হ'বলৈ নিশিকিবা—তেতিয়ালৈকে মই আৰু তোমাৰ ওচৰলৈ নাহোঁ।

ঊৰ্ম্মিলায়ো কন্তেকো পলম নকৰি ক'লে: শুনক উদ্ধৱ দা! আপুনিও যেতিয়ালৈকে এইসোপা ডিচ্কো পোছাক এৰি শান্ত, সৌম্য, শুধ বগা ভদ্ৰ পাটৰ পাঞ্জাবী আৰু চুৰিয়া নিপিন্ধে, কাণ দুখন ওলাই থকাকৈ চুলি নাকাটে, দীঘল নখ চুটীকৈ নাকাটে তেতিয়ালৈকে মোৰ ওচৰলৈ নাহিব। চহৰ মই ঘৃণা নকৰোঁ; কিন্তু মাখিৰ মুখৰ ঘিউ কাঢ়ি মাহৰ মুখলৈ আশা পালি বৈ থকা চাকৰিটোৰ ওপৰত নিৰ্ভৰ কৰি চহৰ বাসিন্দা হ'বলৈ মই অলপো লালায়িতা নহওঁ।

গো গো কৈ উদ্ধৱ গুচি গ'ল।

মাকে ক'লে: জানো আই তইঁতে কি কাজিয়াখন কৰ।

ঊৰ্ম্মিলাই ক'লে: মা! তই কোনো চিন্তা নকৰিবি। মই জানো, তেওঁ আকৌ ঘূৰি আহিব।

মাক দময়ন্তীয়ে ভাগৱত মাতিলে:

আসি আছে সমস্তে তোমাক অভিলাষে।
দৃষ্টি বলাই আপুনি চাহিয়ো চতুষ্পাশে॥
এতেকৰ মধ্যত যাহাত পৰে মন।
ৰূপে-গুণে কুলে যাক দেখা বিতোপন॥
তাহাৰ মাঠাত দিয়া উৎপলৰ মালা।
স্বামী বুলি চৰণে নমিয়ো বৰ বালা।

* * *

# ॥ ঘৰৰ বস্তু বুলি ॥

ছিটী বাছৰপৰা লাউটো পৰি গ'ল। এখন আওপুৰণি মোনাত লাউটো আনিছিল। বাছত খুব ভীৰ। মানুহ উঠাই টান। তাতে আৰু তেওঁৰ কান্ধত মোনা। মোনাখনৰ ৰচিডাল চিঙি লাউটো মোনা সহিতে মাটিত পৰিল, মই বুটলি ল'লো। গাড়ীৰপৰা "পৰিল পৰিল, ৰাখি দিয়ক" বুলি চিঞৰ-বাখৰ এটা হৈছিল। কিন্তু ক'ত ৰাখে ড্ৰাইভাৰে। মানুহ পৰিলেও ৰাখিব নোখোজে; তাতে এটা সাধাৰণ পানীলাউ!

মই লাউটো তুলি লৈ ওলোটা ফালে খোজ দিলোঁ। অৰ্থাৎ মানুহটো ঘূৰি আহি যাতে মোক নাপায় তাৰ চেষ্টা কৰিলোঁ। চহৰত বহুত বাট। -একা বেকাঁ বাটেৰে গৈ হ'লেও লক্ষ্যস্থান পাব পাৰি। এইখন চহৰত ঘূৰোঁতে ঘূৰোঁতে বহুত হাৱাই চেণ্ডেল ক্ষয় কৰিলোঁ, ভৰিৰ আঙুলি উজুটিত কিমান ভাঙিলো তাৰ লেখ নাই। তথাপিতো সাৱিত্ৰীক চাকৰি এটা ক'তো যোগাৰ কৰি দিব পৰা নাই। ফুকনৰ ঘৰত আঢ়ৈকুৰিৰ টিউচন এটা কৰে। তাৰে কি হয়। মই এদিন দহ টকা পালে দহদিন বহি খাব লাগে!

পোনে পোনে গৈ ছাবৰ ঘৰ ওলালোঁ। ছাৰ যাবলৈ ওলাই-ছিলেই। মোনাখনৰপৰা লাউটো উলিয়াই ভিতৰৰ কমত দি আহিলোঁ। মোনাখন জাৰি জোকাৰি লওঁতে ভিতৰৰপৰা জাপি থোৱা কাগজ এখন ওলাল। ছাৰে দেখিব বুলি সেইখন পকেটত সুমুৱাই ল'লোঁ আৰু ছাৰৰ আগত কথা পাতিলোঁ। ছাৰে সুধিলে: স্পিদ আছেনে? আমাৰ অসমীয়া ল'ৰা-ছোৱালী নামতহে টাইপিষ্ট, কিন্তু স্পিদ একেবাৰে নাই। মই ক'লো: ছাৰ, আঙুলি মনিব নোৱাৰাকৈ মাৰিব পাৰে; কিন্তু অলপ ভুল হয় ছাৰ। বানানত নলেজ কম। ছাৰে বোলে সেয়েইতো লেঠা। এ, বি, চি, ডি কেইটা মাৰিলেই নহ'ব, শুদ্ধ বানান মাৰি কম পক্ষেও ক্ৰৰ্টি স্পিদ

মাৰিবলৈ পাৰিব লাগিব। বাৰু লাউটো যে আনিলা নিজৰ ঘৰৰে লাউ নে? : ছাৰ হয়, ঘৰৰে এজোপা মাত্র লাউ লাগিছিলো, ছাৰ খাই শেষ কৰিব পৰা নাই। তেনেতে বাইদেৱে চাহ একাপ দিলে আৰু ক'লে : আমাৰ শ্রাদ্ধৰ দিনাখনৰ বাবে লাউ কেইটা এনেই আনি দিব পাৰে দেখোন? মোৰ বুকুখনত ঢকৈকৈ কিবা এটাই খুন্দা মাৰি দিলে। শুকাই যোৱা ওঁঠ জিভাৰে চেলেকি অলপ প্রকৃতিস্থ হ'লোঁ। ছাৰে ক'লে : পাৰিবানে? : পাৰিম ছাৰ। কেতিয়া লাগিব? : পৰহিয়েই। : হ'ব ছাৰ। অ' শুনা তোমাৰ মানুহ-জনীক মোৰ অফিচলৈ লৈ যাবা। এপ্লিকেচন দিছা নহয়? দিছোঁ ছাৰ। : বহুত কেণ্ডিদেট্, দেখা যাওঁক -বাৰু। নমস্কাৰ এটা দি ওলাই আহিলোঁ।

মূৰটো ঘূৰি গ'ল। কমপক্ষেও পাঁচটা লাউতো লাগিব! চহৰত পাঁচটা লাউৰ মূল্য আজিৰ বজাৰত কমেও পোন্ধৰ টকা হ'ব। পোন্ধৰ টকা বর্তমানে আমাৰ মনত পোন্ধৰ হাজাৰৰ সমান মূল্য। বৰ দুখত পৰিছোঁ। বয়স পাৰ হৈ গ'ল, ক'তো চাকৰি এটা যোগাৰ কৰিব নোৱাৰিলোঁ। প্রাইমেৰী স্কুলৰ শিক্ষক, নিম্নবর্গৰ সহায়ক, শেষত পিয়াদা-পিয়ন্-মহৰীৰ কাৰণেও ক'ত খাটিলোঁ। নমতাক মাতিলো, নধৰাৰ ধৰিলো, নোযোৱাত গ'লো—তথাপিয়ো মোৰ ভাগ্যত চাকৰি এটা নহ'ল। এতিয়া সাবিত্রীক আনি লগত ৰাখি টাইপ শিকাইছোঁ। তাই যোৱা চাৰি বছৰৰ আগতে তৃতীয় বিভাগত মেট্রিক পাছ কৰিছে। খাটি আছোঁ; ক'তো হোৱা নাই। ছাৰক, মানে নগেন ছাৰক ধৰি আছোঁ বহুত দিনৰপৰাই। হ'ব বুলি কয়! নিদিয়ে। ইচ্ছা কৰিলে ছাৰে দিব পাৰে। আজি ছাৰক লাউটো দিলোঁ। দিয়ো আৰু কি বিপাণ্ডত পৰিলোঁ!

মোৰ ক'তো নহ'ল। বয়সটো কমাবলৈ চেষ্টা কৰিছিলোঁ। তাকো নোৱাৰিলোঁ। তাতো বহুত পইচাৰ খৰচ—উকীল, দৈৱজ্ঞ, পাঠশালা স্কুলৰ ছাৰ—সবকে খুৱাব লাগে। তাৰ পিছত ডি, আই, এচ, আই, সচিব আদিতো আছেই। বিৰক্তিত এৰি পেলালো

চাকৰিৰ আশাও বিসৰ্জ্জন দিলোঁ। সাবিত্ৰীক ক'ৰবাত সুমুৱাই দিব পাৰিলেও আমি চলিব পাৰোঁ। চাকৰি দিম বুলি তাইকো পলুৱাই আনিলোঁ। তায়ো হতাশ হৈ আহিছে দিনে দিনে।

ঘূৰৰ ঘূৰণি নকমিল। ঘৰ পালোগৈ। বেলিও হৈছে। বাৰটা বাজো বাজো। ৰ'দ চোকা। মাঘৰ শেষৰ ৰ'দ টান হৈছে। সাবিত্ৰীয়ে মোলৈ ৰখি ৰহি আছে। তাই বোলে শাক-পাচলি কিবা আনিছেনে? ভাত কেইটা সিজাইছো, আঞ্জা একোৱেই নাই। মই বোলো হ'ব দেই, নিমখেৰেই খাম। পাচলিৰ বৰ দাম অ', কেনেকৈ কিনিবি। "বাপেৰৰ ঘৰত কিমান খাইছিলি জানো দেই", বুলি ক'ব খুজিছিলোঁ, নক'লো।

মই কামিজটো খুলি ৰ'দত দিলোঁ। সাবিত্ৰীয়ে কামিজটো আৰু গেঞ্জীটো ধুই দিব খুজিছিল, চাবোন নাই। চাবোন আনি দে বুলি কবলৈও মোক সাহস নকৰে। জানেই, মোৰ পইচা নাই বুলি। চাকৰি এটা নহ'লে বৰ অভাৱ হৈছে। সাবিত্ৰীয়ে বৰ মন মাৰি থাকেই। সেই যে আহিল আৰু গাওঁ দেখা নাই। মাক-বাপেকক চাবলৈ যাব খোজে। কিন্তু ভয়ত তাকো মোৰ আগত ব্যক্ত কৰিব নোৱাৰে।

চক্ষুৰ তলৰ জুইকুৰা ফুৱাই, সোধো নোসোধোকৈ সাবিত্ৰীয়ে সুধিলে: তেখেতক ল'গ পালেনে? : প্যালোঁ: গহীনাই উত্তৰ দিলোঁ। : কিবা আশা দিলেনে? : চাব বুলি কৈছে। পিছে এটা কথা হ'ল অ'। : কি কথা ??

সাবিত্ৰীৰ আগত গোটেইটো কাহিনী বিবৰি ক'লোঁ। তাই দীঘল হুমুনিয়াহ এটি এৰি ক'লে: পানী লাউটো আমি 'চাৰি সন্ধ্যামান খাব পাৰিলোহেঁতেন। তই কেলেই লাউটো লৈ গলি? গলিতো গলি, এই পাঁচটা লাউ কেনেকৈ কিনি দিবি অ'? মই বোলো চা সাবিত্ৰী মানুহে চাকৰি পাবলৈ আজি ক'ত ভেঁটী দিয়ে। একোটা সাধাৰণ চাকৰিতে দহ হাজাৰ পৰ্য্যন্ত টকা লয়। তদুপৰি ঘৰৰ বস্তু বুলি কৈ বৌমাহ, ঘি, জহা চাউল, নাৰিকল, দৈ, কবি-

আলু, পোৱা তেল, এণ্ডি চাদৰ, পাটৰ ছেট, ডায়েৰী, কলম আদি বস্তুবোৰ দিয়েগৈ।ময়ো বোলো ঘৰৰ বস্তু বুলি কৈ পৰৰ ওপৰত পোৱা লাউটোকে দিওগৈ পিছে এনে পাকত পৰিম বুলি কেনেকৈ নো জানিবি দিন বৰ বেয়া নামিছে দেই। সাবিত্রীয়ে ক'লে ; হ'ব দেই বেছি চিন্তা নকৰিবি। কিবা এটা কৰিব লাগিব। এই মাহত টিউচনৰ টকাৰপৰাই অলপ উলিয়াই কিবা এটা কৰিম। মই বোলে তোৰ টিউচনৰ দৰমহা পোৱালৈকে ছাবে ৰখি থাকিবনে, পৰছিয়েই শ্রাদ্ধ, লাগেই পোনে।

হঠাৎ মোৰ মোনাখনৰপৰা ওলাই পৰা কাগজ টুকুৰাৰ কথা মনত পৰিল। বাহিৰত মেলি থোৱা কামিজটোৰপৰা কাগজ টুকুৰা আনি জেপটো খুলি দেখিলোঁ এখন চিঠি। চিঠিখন পঢ়িলোঁ। সৰু ল'ৰাৰ হাতৰ আখৰ। লিখিছে : দেউতা, তুমি লাউটো বেচি মোলৈ 'সোণালী পাঠ' প্রথম ভাগখন যেনে-তেনে আনিবা। কিতাপ নহ'লে ছাবে মাৰে। এটা জেঙ্গিয়া আৰু এক টুকুৰা ৰবৰো আনিবা। মাখন। ইতি-তিতি একো লিখা নাই। তলত মাখন বুলি লিখিছে। ঠিকনাও নাই কাগজ টুকুৰা কেইবাবাৰো পঢ়িলোঁ। মনটো হাঁহাকাৰ কৰি উঠিল। অপৰাধ বোধে মনটো খাই পেলালে।

সাবিত্রীকো কাগজ টুকুৰা দিলোঁ। তাই কাগজ টুকুৰা পঢ়ি উচুপি উচুপি কান্দিবলৈ ধৰিলে। জুই ফুৱাওঁতে ফুৱাওঁতে চকু-মুখ এনেয়ে ৰঙা পৰি আছিল। এইবাৰ উচুপনিত একেবাৰে ৰঙা। মুখত চাদৰৰ আঁচলৰ সোপা দিছে। গাড়ীৰ পিছৰ চিটত বহা মানুহৰ দৰে উচুপনিত গাটো জোকাৰ খাই খাই উঠিছে। মই বোলোঁ সাবিত্রী তই কেলেই এইদৰে কান্দিছ ?

সাবিত্রীয়ে উচুপি উচুপিয়ে ক'লে, তইতো নাজান, মাখন মোৰ সৰুটো ভাই। এইবাৰ পঞ্চমমানত উঠিছে। দেউতাইও বৰ অভাৱত পৰিছে। মোকো লাউ-কোমোৰা বেচি-বেচিয়েই পঢ়াইছিল।......

মোৰো দুখত অন্তৰ ভাগি গৈছিল। কান্দিম কান্দিম লাগিছিল। চাকৰি নাপাই আঙ্কাৰত অকলে বহুত দিন ময়ো

কান্দিছিলো। কিন্তু আজি সাৱিত্ৰীৰ আগত বুকু ডাঠ কৰিলোঁ। পুৰুষে নাৰীৰ আগত কেতিয়াও কান্দিব নালাগে। দুখৰ দিনতো দুৰ্য্যোধনে বুকু ডাঠ কৰি ভীমৰ লগত যুঁজিছিল। সাৱিত্ৰীক মই বুজনি দিবলৈ চেষ্টা কৰিলোঁ বোলে সাৱিত্ৰী নাকান্দিবি। কোনো খেদ নকৰিবি। লাউটো সংকামতে লাগিছে। ঘৰৰ লাউ ঘৰতে আছে। তোৰ চাকৰিটো হ'লে মাখনক সাতখন "সোণালী পাঠ" কিনি দিম অ'। দুখ নকৰিবি।

কিছু সময়ৰ পিচত সাৱিত্ৰী সহজ হ'ল। মই গাটো তিয়াই ভাত কেইটা খালোঁ। তামোল এখন মুখত দি সাৱিত্ৰীক মাতিলোঁ। সাৱিত্ৰীয়ে বোলে ৰবি মই চুৰাখন ধুই লওঁ। সাৱিত্ৰী আহিল। মই ক'লো: এটা কথা নহয় অ' আমিনো এনেকৈ ধৰি থাকিলে হ'ব নে? আমি যাওঁ গৈ বল। দেউতাৰাক সেৱা এটা কৰি আহো গৈ। আৰু লাউ সাতোটা মান আনিব পাৰিলে.........সাৱিত্ৰীয়ে বোলে মইটো ধৰি থকা নাইয়ে। নিজৰ মাক-পিতাকক চাবলৈ কাৰোবাৰ ইচ্ছা নাইনে? পিছে এটা কথা নহয়, লাউ অনাৰ উদ্দেশ্যটো পিতাইক ক'ব নালাগিব। নহ'লে ক'ব বোলে এতিয়া টানত পৰি.........। সেইটো মই বুজি পাইছো ৰ'। ইমান বুৰ্ব্বক নে মই? দুয়ো যোৱাটোকে ঠিক কৰিলোঁ।

—সমাপ্ত—